MARAMAR MADHURI ( Sweetness of Love ) : Lakshminath Phookan, Published by Asamiya Sahitya Mandir, Shillong. Price Rs. 5·50.

প্ৰথম প্ৰকাশ :
জুন, ১৯৬৩

প্ৰকাশক :
শ্ৰীবিভূভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্টবক্স নং ১, শিলং
[ ১৫২-১-২-৬৩ ]

শিল্পী :
শ্ৰীৰবীন্দ্ৰনাথ ভট্টাচাৰ্য্য

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

দাম : ৫·৫০ টকা

শ্ৰদ্ধাভাজন

**কুলপ্ৰভ চলিহাৰ**

যিজন এতিয়া এই সংসাৰত

নাই, কিন্তু যিজনক এসময়ত তেওঁৰ

পৰা পোৱা মৰম, সহায়, উপদেশ আৰু

উদগণিৰ বাবে জীয়াই থাকোঁ।

মানে মই কোনো দিনে

পাহৰিব নোৱাৰোঁ।

# নিবেদন

এই গল্পকেইটা আগতে "ৰামধেনু", "মণি-দীপ" আৰু "অসম বাণী"ত ওলাইছিল। এতিয়া ছপাওঁতে কিছু সালসলনি কৰিব পৰা হলে ভাল আছিল, আৰু কৰিবৰ মনো গৈছিল, কিন্তু কৰিব পৰা নহল। ছপাৰ ভুল কেইটামান কিতাপখনত বৈ গল। তাৰ বাবে লাজ পাইছোঁ আৰু পঢ়ুৱৈ সমাজৰ ক্ষমা বিচাৰিছোঁ।

গুৱাহাটী
২৯ এপ্ৰিল, ১৯৬৩

শ্ৰীলক্ষ্মীনাথ ফুকন

# সূচী

# মৰমৰ মাধুৰী

বহাগ বিহুৰ আগৰ এদিন পুৱা।

গৌতমৰ পঢ়া কুঠৰীটোলৈকে মাণিক সোমাই আহিল। কিতাপৰ-পৰা মূৰ তুলি গৌতমে তাৰ পিনে চালে। মাণিকে কলে, "এটা কথা আছিল।"

"কোৱাঁ, কি কথা আছিল।"

"গোপন কথা, ইয়াত কব নোৱাৰি। বলাঁ সৌ তালৈকে।" এই বুলি মাণিকে মটৰ গেৰেজটোৰ ফালে আঙুলিয়াই দেখুৱালে।

মটৰ গেৰেজটোৰ দাঁতিতে বেঞ্চ এখন আছিল, তাতে দুয়ো গৈ বহিল। গৌতমে কলে, "কোৱাঁ এতিয়া কি কব খুজিছাঁ।"

"মাখনীক মই ইয়াৰপৰা লৈ যাব খুজিছো।"

"কলৈ ?"

"ভৰিয়ে যলৈ নিয়ে তলৈ। ইয়াত তাই থকাটো অসম্ভৱ হৈ উঠিছে। কালি সেইজনীয়ে কি কাণ্ডটো কৰিলে দেখিলাই নহয়! এদিন সেইজনীৰ হাততে মাখনীৰ জীৱটো যাব।"

"মাখনী জানো যাব ? তাই যাবলৈ ৰাজী হৈছে জানো ?"

"তাইৰ কথা মতেই তো যাবলৈ ওলাইছোঁ। তাই মোক খাটাংকৈয়ে কৈছে, ইয়াৰ পৰা মই যদি তাইক নিনিওঁ তেনেহলে তাই ডিঙিত চিপজৰী লগাব। এনেকৈ জীয়াই থকাতকৈ আপোনঘাতী হোৱাও ভাল, তাই মোক কৈছে। এতিয়া তোমাৰ মত আৰু সহায় লাগে।"

"মাখনীয়ে কি কয় ?"

"তাই কৈছে মোক তোমাক কবলৈ। নিজে কবলৈ তাইৰ

বোলে লাজ লাগে। তাই কৈছে তুমি মত দিবা বুলি। তাইৰ অৱস্থাটো তুমি দেখিছাঁ। আমাৰ কথাও তুমি সকলোবোৰ জানা। তোমাক কোনো কথা মই লুকুৱা নাই।”

বেলিটো লাহে লাহে চোকা হৈ আহিছিল। গৌতমৰ হাতত আছিল এটা কিতাপ, সি একো নকৈ কিতাপটোৰ পাত লুটিয়াবলৈ ধৰিলে। ওচৰতে এজোপা অশোক ফুল, ফুলি জাতিস্কাৰ হৈ পৰিছিল। ৰদ পৰি ফুলৰ ৰঙা থোপাবোৰ জুইৰ আঙনিৰ দৰে জল্‌মলাই উঠিছিল।

গৌতমে ফুলৰ থোপাবিলাকৰপৰা চকু আনি মাণিকৰ মুখলৈ একেৰাহে অলপ পৰ চাই থাকি কলে, “মোক এটা কথা দিব পাৰিবা ?”

মাণিকে উৎসাহেৰেই কৈ উঠিল, “পাৰিম। কি কথা ?”

“দুখে-সুখে সম্পদে-বিপদে কোনো দিনে কেতিয়াও মাখনীক এৰি নিদিয়াঁ বুলি কথা দিয়াঁ।”

“কথা দিলোঁ। তোমাৰ গাত ধৰি শপত খাই কৈছোঁ, জীয়াই থাকোঁ মানে মাখনীক মোৰে কৰি ৰাখিম। সেই বিষয়ে তুমি নিশ্চিন্ত থাকাঁ।”

২

গৌতম আৰু মাণিক দুয়ো প্ৰায় সমান বয়সীয়া। চহৰৰ মান্যৱন্ত লোক বৃকোদৰচন্দ্ৰ হাজৰিকাৰ গৌতম ভাগিনীয়েক আৰু মাণিক ভাইভাৰ। গৌতমৰ মাক-বাপেক কোনো নাই, সৰুৰেপৰা মোমায়েকৰ লগতে থাকি ডাঙৰ-দীঘল হৈ বি-এ পাছ কৰি এই বছৰ এনেয়ে আছে, অহা বছৰ গুৱাহাটীলৈ গৈ এম-এ নে বি-এল নাই দুয়োটাকে পঢ়াৰ কথা। মাণিকৰ ঘৰ গুৱাহাটীৰ ফালে, তাতকৈ বেছি তাক কোনেও সোধা নাই, সিও কোৱা নাই।

তেতিয়া ইংৰাজৰ দিন। লাটচাহাব ছিলঙৰপৰা আহিছে, দেখা কৰিবৰ কাৰণে জিলাৰ বৰচাহাবে ৰায় বাহাদুৰক মাতি

পঠালে। পুৰা ন বজাত দেখা কৰিবৰ কথা, ৰায় বাহাদুৰে সেই দিনা আন দিনাতকৈ বহুত আগতে উঠি হুলস্থূল লগাই দিলে। দাড়ি তেওঁৰ নিজে খুৰুৱাৰ অভ্যাস নাই। মাহেকীয়া বন্দৱস্তত তেওঁৰ দেছুৱালি নাপিত এটা আছে, সিয়েই এদিন এৰি এদিন আহি তেওঁৰে খুৰ আৰু চাবোন-বুৰুজ লৈ দাড়ি খুৰাই থৈ যায়। খবৰ দিলত সি আহি দীঘল চেলাম দিলে।

হাতেৰে গাল দুখন মোহাৰি মোহাৰি ৰায় বাহাদুৰে কলে, "হাম্‌কু লাটচাহাব নে বলায়া। ঠিক্‌চে দাড়ি কমাও, মিহিন্‌চে।"

"আচ্ছা হজুৰ" বুলি সি এবাৰ নহয় দুবাৰো বঢ়িয়াকৈ চুচি দাড়ি খুৰালে, খুৰাই তাৰ মোনাটো লৈ কুঠৰীটোৰ পৰা ওলাই যাবলৈ বুলি দুৱাৰৰ সিফালে থৈ অহা জোতাযোৰ পিন্ধিব খুজি এপাটত ভৰি সুমাওঁতেই ৰায় বাহাদুৰে চিয়ঁৰিলে, "চবুৰ।" সি ৰৈ গল। ৰায় বাহাদুৰে তাক ৰূপ এটকা দিলে। সি আচৰিত হৈ তেওঁৰ মুখলৈ চালে। ৰায় বাহাদুৰে কলে, "কিয়া দেখ্‌তা হেয় ? লে যাও। লাটচাহাব নে হাম্‌কু বলায়া, হাম তুমকো একঠো ৰূপিয়া বকচিচ্ দিয়া।" সি আকৌ এটা চেলাম কৰি ৰূপ টকা লৈ গুচি গল।

ৰায় বাহাদুৰে মাতিলে, "গৌতম।"

"কি কৈছে মোমাইদেউ ?"

আগৰ অভ্যাস মতে গৌতম সন্টম হৈয়ে আছিল। গৌতম আহিলত ৰায় বাহাদুৰে কলে, "তইঁতে যে গালত ঘঁহ ক্ৰীম নে স্নু, অলপ দেচোনহি মোক ঘঁহি। পাউদাৰ অলপো ঘঁহি দিবি নে কি ?"

গৌতমে মোমায়েকৰ গালত ক্ৰীম ঘঁহি ঘঁহি কলে, "এয়া ঘঁহিলেই হব মোমাইদেউ, পাউদাৰ ঘঁহিব নেলাগে। হাতেৰে ছুই চকচোন গালখন কিমান নিমজ হৈ গল।"

ৰায় বাহাদুৰে হাতেৰে যে ছুই চালেই, ড্ৰেচিং টেবুলৰ আগত থিয় দি আৰ্চীখনত মুখখন ইফাল-সিফাল কৰি কেবা বাৰো ঘূৰি-পকি চালে। লগতে মূৰৰ পাতল চুলিকেইডাল বুৰুজ মাৰি ঠিক কৰি

তেওঁ খুচি.হৈ গৌতমক কলে, “থেঙ্ক ইউ ইয়ৰ এক্সেলেঞ্চী, থেঙ্ক ইউ ইয়ৰ এক্সেলেঞ্চী—হৈছে নে বাৰু, থেঙ্ক ইউ ইয়ৰ এক্সেলেঞ্চী বোলা ঠিক হৈছে নে? লাটচাহাবক কব লাগিব নহয়।”

“হৈছে মোমাইদেউ, ঠিক হৈছে। বাঃ, এই চুটযোৰ পিন্ধিলে আপোনাক যে কিমান ভাল দেখি! চাওঁ ওপৰতে কোটটো এবাৰ বুৰুজ কৰি দিওঁ। ৰুমালখন কেনেকৈ লৈছে চাওঁ। নাই, তেনেকৈ নহয়, অলপ বাহিৰত ওলাই থাকিব লাগে, এনেকৈ।”

“নেকটাইডাল লগোৱা ঠিক হৈছে নে?”

গৌতমে লিৰিকিবিদাৰি চাই কলে, “ঠিক হৈছে।”

ৰায় বাহাদুৰ সাজু হৈ ওলালত গৌতমে মাণিকক মটৰখন উলিয়াবলৈ কলে। মটৰত উঠি ৰায় বাহাদুৰে চাৰ্কুট হাউচত লাটচাহাবক দেখা কৰি আহিলগৈ। লাটচাহাবৰ লগত কি কথা পাতিলে, লাটচাহাবে কেনেকৈ হাত জোকাৰিলে, লাটচাহাবে কি কি সুধিলে, তেওঁ কি কি উত্তৰ দিলে, সকলোবোৰ গৌতম আৰু মাণিকক তেওঁ পেঘেনিয়াই পেঘেনিয়াই কলে।

মাণিকে মাজতে মাত দিলে, “মই বাহিৰৰপৰা শুনি আছোঁ নহয় দেউতা! চাহাবে এষাৰ কলে আপুনি দুষাৰ কয়। চাহাবে কলে, গুড মৰ্ণিং ৰায় বাহাদুৰ। আপুনি কলে, গুড মৰ্ণিং ইয়ৰ এক্সেলেঞ্চী, গুড দে ইয়ৰ এক্সেলেঞ্চী।”

কথাৰ শেষত ৰায় বাহাদুৰে মাণিকক কলে, “তোৰ এইটোতকৈ ভাল কোট নাই নে কি? হোঁ, এই পোন্ধৰ টকা লৈ যা, ভাল কোট এটা কৰাই লগে।”

৩

ৰায় বাহাদুৰৰ বয়স ভাটি দিছে, কিন্তু ঘৈণীয়েকৰ বয়স ডেৰকুৰি হয় কি নৌ হয়। আগৰজনী মৰাৰ পিছত এইজনী বিয়া কৰাবৰ সাত বছৰমান হে হৈছে। মুঠেই দুটা লৰা-ছোৱালীৰ মাক। মিণ্টু

আৰু ৰিণি। মিণ্টুৰ বয়স পাঁচ বছৰ। ৰিণিৰ বয়স আঢ়ৈ বছৰ। আগৰজনী ঘৈণীয়েকৰ ফালৰ লৰা-ছোৱালী একো নাই।

মাখনী ৰায় বাহাদুৰনীৰ দূৰ সমন্ধীয়া ভনী, কোনো নথকাৰ কাৰণে তেৱেঁই লগতে আনি ৰাখিছেহি। হাই-স্কুলতো পঢ়িছিল কেই শ্ৰেণীমান মাখনীয়ে, কিন্তু বায়েকৰ তাত সমৰ্থন নথকাত ৰায় বাহাদুৰে স্কুল এৰুৱাই দিব লগাত পৰিল। ৰায় বাহাদুৰনীৰ আলম ধৰি আৰু মিণ্টু আৰু ৰিণিৰ জেঙা ভাঙি সিহঁতক খুৱাই-বুৱাই তদাৰক কৰি মাখনীয়ে ৰায় বাহাদুৰনীৰ আধা-ভনী-আধা-বান্দী হৈ দিন নিয়ায়।

অলপ কথাতে ৰায় বাহাদুৰনীয়ে টিকৃচি-বিকৃচি উঠে, অকল সেয়ে নহয়, হাতো চলায়। "ভাঙিলি নে গিলাচটো, ভাল শাখিনী-জনী আনিলোঁ ইয়ালৈ।" পৰিল মাখনীৰ পিঠিত গেমেহা ভুকু। লৰাটোৱে চিয়ঁৰিলে, "মোক জোতাযোৰ পিন্ধাই নিদিয়ে এইজনীয়ে মা চাচোন।" মাখনীয়ে চুলি আচুৰিছিল, দিলে তাতে গৈ ৰায় বাহাদুৰনীয়ে তাইৰ চুলি জোকাৰি। ৰায় বাহাদুৰনীয়ে তাঁত লগাইছিল। ব তোলোঁতে মাখনীয়ে ভুল কৰিলে। ৰায় বাহাদুৰনীয়ে দেখি "এইখন কি কৰিলি" বুলি দিলে মাখনীৰ গালতে শোধাই এটা কাণতলীয়া চৰ।

তথাপিও মাখনীৰ মুখত হাঁহি বিৰিঙিছিল। মাখনীৰ যে হাঁহি বিৰিঙাৰে বয়স এতিয়া। যি বয়সত গাটো পখিলা যেন পাতল লাগে, মনটো ক্ষন্তেকতে চঞ্চল, ক্ষন্তেকতে গধুৰ হৈ পৰে, প্ৰাণলৈ আহে এক নতুন উদ্দীপনা আৰু চকুত জিলিকি উঠে ৰামধনুৰ সাতোটা ৰং, সেই বয়স মাখনীৰ। এই বয়সত "হৃদয়ে হৃদয় বিচাৰে বান্ধিব মৰম-পাশেৰে।" কোনোবা ৰসে-গন্ধে ভৰপূৰ ফাগুনৰ উতলা দিনত মৰম, মমতা, করুণা, সহানুভূতি লৈ মাণিক মাখনীৰ আগত থিয় দিলে। দুনিয়াৰ ৰঙেৰে ৰাঙলী তাৰ মন, দুৰন্ত যৌৱনৰ মহিমাৰে মহিয়ান তাৰ গোটেই শৰীৰ। দুয়োৰো অন্তৰত অপূৰণ কিবা এটা পূৰণ হোৱাৰ ব্যাকুলতা উপচি উঠিল।

গৌতমৰ বুজিবলৈ সৰহ দিন নেলাগিল। তাৰো অন্তৰত মাখনীলৈ এটি কোমল ভাবৰ উদ্রেক হৈছিল। মাখনীয়ে হাঁফোলা মেলি ৰদত কাপোৰ মেলোঁতে সি কেতিয়াবা দূৰৰপৰাই তাইলৈ কেৰাহিকৈ দীঘলীয়াকৈ চাই পঠাইছিল। মাখনীৰ হাতৰপৰা চাহৰ পিয়লাটো লওঁতে তাইৰ আঙুলিতে গৌতমৰ কেতিয়াবা চিকুটি দিওঁ যেন লাগিছিল। সি আৰ্চীখনৰ আগত থিয় দি চুলি ফণিয়াওঁতে মাখনী তালৈ আহিলে সি আৰ্চীখনৰ ভিতৰেদিয়েই তাইক জিভা উলিয়াই সিঞাৰি দিব খুজিছিল। গৌতমে বুজিছিল অলপ আগ বাঢ়িলেই কথা বহুত দূৰ পাবগৈ। সেইদেখি সি নিজকে চম্ভালি ফুৰিব লগা হৈছিল। মাণিকে মাখনীক লৈ যোৱাৰ প্ৰস্তাৱ কৰিলত গৌতমে নিস্তাৰ পোৱা যেন পালে।

মাখনীৰ ভালকে বিচাৰে গৌতমে। এইখন ঘৰত মাখনীৰ একো ভবিষ্যৎ নাই। মাখনী ভালেৰে ভালকৈ থাকিব পাৰিলেই সি সুখ পাব। মাণিকে তাইক ভালকৈ ৰাখিব পাৰিব বুলি গৌতমৰ দৃঢ় বিশ্বাস। মাণিকৰ গুণ আছে, কামলৈ ভয় কৰা স্বভাৱ তাৰ নহয়। গৌতমে মনতে কলে, "ঈশ্বৰে কৰক, তাৰ লগত থাকি যেন মাখনীয়ে সুখ পায়।"

৪

মাণিক আৰু মাখনী নিৰুদ্দেশ হল। ৰায় বাহাদুৰনীয়ে ৰৌফাল-চৌফাল কৰি বলকিবলৈ ধৰিলে, "মই আগতেই সতৰ্ক হব লাগিছিল। তাই নাতেশৰীয়ে এনেটো কাম কৰিব বুলি মই নো ভাবিম কেনেকৈ সতৰ্ক হবলৈ! সতৰ্ক হৈ নো মই কি কৰিলোঁ-হেতেন। ইয়ালৈকে হে ইমান দিনে তুলি-তালি ডাঙৰ-দীঘল কৰিলোঁ। ময়ো সুদায় নেৰিছোঁ, দুয়োটাকে পুলিচৰ হতুৱাই ধৰাই আনিম, আনি দুয়োটাকে ভালকৈ এসেকা দিম।"

ৰায় বাহাদুৰনীয়ে গৌতমক মাতি পুলিচত খবৰ দিবলৈ কলে,

"তুমি কোৱাঁগৈ, চাৰিও পিনে পুলিচে মানুহ পঠাই দিয়ক। কৰৈ নো যাব সিইঁত, ইয়াতে কৰবাত লুকাই আছে। ভালকৈ বিচাৰিলেই পাব। আন পিনেও খবৰ কৰক। টকা-পইচা যি লাগে মই দিম। উঃ, মই ভাবিবই পৰা নাছিলোঁ তাই এনেটো কাণ্ড কৰিব বুলি। মাণিকটোৰেও চুকতে থাকি বুকুতে কামুৰিব বুলি মই নো কেনেকৈ জানিম ?"

গৌতমে কলে, "মাইদেউ, খং নেখাবাচোন। এনেদৰে উদ্বাউল হোৱাৰ পৰা একো লাভ নাই। ভাবি-চিন্তি কাম কৰা উচিত। বাৰু, তোমাৰ কথা মতে পুলিচত খবৰ দিলোঁ, আৰু পুলিচে সিইঁতক বিচাৰি ধৰি আনিলে। মাখনীয়ে যদি পুলিচক কয়, আৰু কবও, তুমি সিদিনা তাইৰ মূৰত মাৰি কপাল ফুটাই দিলা বুলি, তেতিয়া ? এতিয়াও ভালকৈ কপালত সাঁচ থাকিব পায়। পুলিচে জানিলে তোমাৰে বা কি মৰ্য্যাদা বাঢ়িব, মোমাইদেউৰে বা কি মান থাকিব ?"

ৰায় বাহাদুৰেও গৌতমৰ কথাতে হয় দিলে, "গৌতমে ঠিকেই কৈছে, মোৰ কি মান থাকিব ? মই ৰায় বাহাদুৰ, গৱৰ্ণমেণ্টৰ ওচৰত মোৰ এটা নাম আছে। যদি বৰচাহাবে গম পায় মোৰ ঘৰত এনেবোৰ কথা হয় বুলি, তেওঁ বাৰু মোক কি বুলিব ? তোমাকে বা কি ভাবিব ?"

উৎসাহ পাই গৌতমে কৈ গল, "মোমাইদেউ, আপুনি দেখোন জানেই, বিলাতত তিৰোতাৰ গাত হাত দিয়াটো মহা জগৰ, তেহেলৈ সেই তিৰোতা মুনিবনীয়েই হক বা বান্দীয়েই হক। আমি বুৰঞ্জীত পঢ়িছোঁ নহয় আগৰ দিনত মৰা হে নেলাগে তিৰোতাৰ গাত হাত দিয়া অপৰাধতে বিলাতত মানুহক ফাঁচী দিছিল। মাইদেৱে যে মাখনীক সিদিনা তেনেকৈ ঘুণ লগাই দিলে, সেই কথা বৰচাহাবে জানিলে আপুনি বৰচাহাবক কেনেকৈ মুখ দেখুৱাবগৈ ?"

বিলাতত আগেয়ে কি হৈছিল বা এতিয়া কি হৈছে সেই বিষয়ে ৰায় বাহাদুৰৰ খবৰ নাই, কিন্তু কোনোবাই বিলাতৰ হে নেলাগে

আন কোনো দেশৰ তেওঁ নজনা ভাল কথা তেওঁ জানে বুলি কলে তাৰ প্ৰতিবাদ কৰাটো তেওঁৰ স্বভাৱবিৰুদ্ধ। বৰং নজনা কথাটোও তেওঁ যেন জানে তেনে এটা চেহেৰা দেখুৱাবলৈ হে তেওঁ তেতিয়া তত্পৰ হয়। তেওঁৰ স্বভাৱৰ এই বিশেষত্বটোৰ বিষয়ে গৌতমে বঢ়িয়াকৈ জানে, গতিকে বুৰঞ্জীৰ দোহাই দি বা কোনো মনীষীয়ে কৈছে বুলি সি নিৰ্গাট মিছা কথাকো মোমায়েকক কবলৈ সঙ্কোচ নকৰে। ৰায় বাহাদুৰেও জনাৰ ভাও জুৰি হয় হয় বুলি শলাগে।

গৌতমে আকৌ কবলৈ ধৰিলে, "মোমাইদেউ, আৰু এটা কথা নহয়! পুলিচে সিহঁতক ধৰিলে মোকৰ্দ্দমা হব, আৰু মোকৰ্দ্দমা হলেই মাইদেৱে কাছাৰীত গৈ সাক্ষী দিব লাগিব। সাক্ষী তো সাক্ষীয়েই। মাইদেউক আচামী কৰি মাখনীয়ে যদি মোকৰ্দ্দমা কৰে! তাই নকৰিলেও মাণিকে কৰোৱাব, আপুনি জৰুৰ জানিব। তেতিয়া আৰু লাজৰ সীমা নেথাকিব।"

এইবোৰ শুনি ৰায় বাহাদুৰনী শোতোৰা পৰি গল। ৰায় বাহাদুৰে গহীনাই কলে, "পুলিচ-ফুলিচ একো দৰকাৰ নাই। সিহঁত যক যলৈ যায়। ডেকা-গাভৰুৰ মন মিলিলে সিহঁতক কোনে বান্ধি ৰাখিব? সিহঁত আৰু নাহে মই ধুৰুপ বুজিছোঁ। কিন্তু সিহঁত যদি কেনেবাকৈ আহে, মই সিহঁতক পুলিচত নিদিওঁ, ধুমধামকৈ সিহঁতৰ বিয়াখন হে পাতি দিম। মাণিক ড্ৰাইভাৰ হল কি হল! সি লৰাটো ভাল, মাখনীৰ সি অযোগ্য নহয়।"

ৰায় বাহাদুৰৰ অন্তৰত মাণিক আৰু মাখনীলৈ এডুখৰি কোমল ঠাই আছিল। বিশেষকৈ এই কেও-কিছু-নথকা ছোৱালীজনীৰ বিয়াখন পাতি তাইক থানথিত লগাই দিয়াৰ হাবিলাষ এটা তেওঁ বহুত দিনৰ পৰাই মনত পুহিছিল। ৰায় বাহাদুৰনীৰ "কি নো তৎ নোহোৱা হৈছে" আৰাওত তেওঁৰ মনৰ হাবিলাষ মনতে থাকিল।

৫

দিনৰ পিছত দিন গল, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ। কত বহাগ আহিল আৰু গল, চামে চামে কুলি-কেতেকী আহি অমিয়া সুৰ বৰষি অন্তৰ্দ্ধান হল, ৰূপহী মদাৰ ফুলে "তলে ভৰি সৰি" দুবৰি বনত কল্কা বাচিলে, খোপাত কপৌ ফুল পিন্ধি আৰু জেতুকাৰে হাত বোলাই লাহতী গাভৰুহঁতে থমকি থমকি দেও দি দি গছৰ তলত নিভৃতে বিহু-নাচ নাচিলে, কত বাৰ বুঢ়ী পৃথিবীও উলাহৰ বা লাগি ৰচকী সাজি ষোলবছৰীয়াজনী হল। মাণিক আৰু মাখনীৰ একো সংবাদকে গৌতমে নেপালে।

সিহঁত নো গল কলৈ? কোন অজান্তী মুলুকত নো সিহঁত সোমালগৈ যে কোৱা-চিলা এটাৰ পৰাও সিহঁতৰ খবৰ পাবলৈ নাই। গৌতমে গুৱাহাটীত আইন পঢ়োঁতে ইফালে-সিফালে যিমান দূৰ পাৰে খবৰ কৰিছিল। কিন্তু সিহঁতৰ কোনো শুং-সূত্ৰকে সি নেপালে। মাণিকে নামকে বদলাই পেলালে নে কি? সিমানখিনি কৰিবৰ তো একো দৰকাৰ নাছিল। নাই কৰবাত মৰিলগৈয়ে, লুকাই-চুৰকৈ থাকি ভাল নেলাগি দুয়ো আপোনঘাতী হল? নাই নাই, এইবোৰ মিছা ভাবনা, সিহঁত মৰা নাই, আছে কৰবাত সিহঁত, ভালকৈয়ে আছে চাগৈ। সিহঁত ভালে-কুশলে থাকিলেই হল। সি সিহঁতৰ কথা নো কিমান ভাবিব! ভাবিবলৈ গৌতমৰ আহৰিও নাই, নিজৰ ভাবনাতে গৌতম ব্যস্ত।

গৌতমে বিয়া কৰাইছিল। ৰায় বাহাদুৰ আৰু ৰায় বাহাদুৰনীয়ে ৰেখাক চাই পচন্দ কৰি গোটেই চহৰত তোলপাৰ লগাই গৌতমৰ বিয়া পাতি দিছিল। ছোৱালীজনী যেনে ধুনীয়া তেনে গুণী। হেজাৰৰ ভিতৰত তেনে এজনী ছোৱালী ওলায় নে নোলায় সন্দেহ। ঘৰখনৰ ভাৰ ৰায় বাহাদুৰনীয়ে ৰেখাকে দিলে, আৰু ৰেখাই সেই ভাৰ চম্‌জি লৈ টাকুৰী ঘূৰাদি ঘূৰি নিয়াৰিকৈ সকলো তদাৰক কৰিবলৈ

ধৰিলে। উঠোঁতে বহোঁতে ৰায় বাহাদুৰৰ ৰেখাক লগা হল, ৰায় বাহাদুৰনীকো। ইফালে ৰেখা, সিফালে ৰেখা। ইমান কামৰ মানুহ হব পাৰিব বুলি ৰেখাই নিজেও আগতে ভাবিব পৰা নাছিল। দায়িত্ব পালে বুদ্ধিমান মানুহ আগলৈ হে যায়, পিছলৈ নোহোঁহকে। ৰেখাৰ কোমল অথচ সবল হাতৰ পৰশ লাগি ঘৰখন মধুৰিমাময় হৈ উঠিল। শান্তিৰ সুষমা বিয়পি গল।

আইন পৰীক্ষা পাছ কৰাৰ পিছত গৌতমে স্থানীয় কাছাৰীতে ওকালতি কৰিব খুজিছিল। কিন্তু ৰায় বাহাদুৰে বিধি-পথালি দিলে, কলে, "কি কৰিবি অ' ওকালতি কৰি? পৰীক্ষা পাছ কৰিলি, উকীল হলি ভাল হল, আইন জনা ভাল, কিন্তু তোৰ ওকালতি নকৰিলেও হব। তই ওকালতি কৰিলে মোৰ এই কাৰবাৰটো নো চলাব কোনে? মিণ্টু ডাঙৰ হবলৈ বহুত দিন আছে! তোৰ ওপৰতে মোৰ ভাৰসা।" গতিকে ওকালতি কৰাৰ আশা সমূলঞ্চে পৰিত্যাগ কৰি গৌতমে দিনত মোমায়েকৰ কাৰবাৰ তদাৰক কৰি আৰু ৰাতি ৰেখাৰ লগত এখন অনুপম সপোন-ৰাজ্যত বিচৰণ কৰি আনন্দেৰে দিন নিয়াবলৈ ধৰিলে।

কিন্তু ৰায় বাহাদুৰৰ মৃত্যুৰ লগে লগে সকলো ওলট-পালট হৈ গল। ৰায় বাহাদুৰনীৰ আমোলত গৌতমৰ আগৰ প্ৰতিপত্তি নেথাকিল। গৌতম আৰু ৰেখা দুয়ো ক্ৰমাৎ আগৰ আসনৰ পৰা তললৈ খহি পৰিল। প্ৰথমজনী ঘৈণীয়েক মৰাৰ পিছত ৰায় বাহাদুৰে বহুত দিন বিয়া কৰোৱা নাছিল আৰু বিয়া নকৰাবলৈকে তেওঁ ঠিক কৰিছিল। তেতিয়া সকলোৱে জানিছিল এদিন গৌতমেই তেওঁৰ সকলো সম্পত্তিৰ উত্তৰাধিকাৰী হব। ৰায় বাহাদুৰে দ্বিতীয় বাৰ বিয়া কৰোৱাৰ পিছত আৰু বিশেষকৈ যেতিয়া মিণ্টু আৰু ৰিণি হল তেতিয়া চকৰি ঘূৰি গল। তথাপি গোটেই সম্পত্তিৰ সমানে তিনি অংশৰ এক অংশ গৌতমক দিয়াৰ মতলব ৰায় বাহাদুৰৰ আছিল। কিন্তু তেওঁ সেই কথা মনতে পাঙি উইল কৰিম বুলি ভাবি

থাকোঁতেই এদিন হঠাতে হৃদ্‌যন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ তেওঁ ঢুকাল। ৰায় বাহাদুৰৰ অবৰ্ত্তমানত ৰায় বাহাদুৰনীয়ে মোট সলালে।

ঘৰখনত ৰায় বাহাদুৰনীৰ পিছতে সৰ্ব্বেসৰ্ব্বা হৈ উঠিল তেওঁৰ বৰ ককায়েক দুৰ্লভচন্দ্ৰ কাকতী। ভনীয়েকৰ ঘৰত তেওঁ ভালকৈয়ে খোপনি পুতিলেহি। পুলিচ চব-ইন্সপেক্টৰ হৈ থাকোঁতে কিবা গুৰুতৰ জগৰত পৰি বপুৰাৰ কাম গল, কোনো মতে ফাটেকলৈ নোযোৱাকৈ সাৰিল। তেতিয়াৰেপৰা তেওঁ নিবনুৱাবিলাকৰ এজন। কামলৈ তেওঁ দৰ্খাস্ত ঠিক মতেই কৰে, কোনো কোনো ক্ষেত্ৰত কৰ্ত্তৃপক্ষই তেওঁক দেখা কৰিবলৈ মাতিও পঠায়, কিন্তু আগৰ সেই চেকাটোৰ বাবেই তেওঁৰ কাম নহয়। এবাৰ তথাপি টেঙৰালি খটাই তেওঁ কাম এটা যোগাৰ কৰিছিল। কিছু দিন কাম কৰাৰ পিছত আগৰ কামটো যোৱাৰ সাংঘাতিক কাৰণটো ওপৰৱালাই জানিব পাৰি উগ্ৰ মূৰ্ত্তি ধৰি তেওঁক লিখিত কৈফিয়ৎ দিবলৈ কোৱাত তেওঁ সেই দিনা যে অফিচৰ পৰা ঘৰলৈ উলটিল আকৌ সেই ফালে মুখকে নকৰিলে।

দুৰ্লভচন্দ্ৰ লম্ভাৰ পিছত ঘৰখনৰ গঢ়-গতি এনে হল যে গৌতম আৰু ৰেখাই তিষ্ঠি থকা অসম্ভৱ যেন দেখিলে। কাৰবাৰ চলোৱাৰ সকলো ভাৰ গৌতমৰ পৰা নি ককায়েকক দি ৰায় বাহাদুৰনীয়ে বেছি ভাগ সময় লৰা-ছোৱালীহাল আৰু পূজা-পাতল লৈ থাকিবলৈ ধৰিলে। দুৰ্লভচন্দ্ৰ নপতা ফুকন হৈ বহিল। ওলাওঁতে-সোমাওঁতে ৰেখালৈ তেওঁ যি চকুৰে চালে ৰেখা বৰ অতিষ্ঠ হৈ উঠিল।

দ্বিতীয় মহাসমৰৰ দিন। যুদ্ধ-সংক্ৰান্ত অফিচ এটাত কাম এটা পাই গৌতমে নগৰৰ আন এক অংশত ঘৰ এটা ভাৰা কৰি ৰেখাৰে সৈতে থাকিবলৈ ললে। যুদ্ধ শেষ হলত অফিচটো উঠি গল, কিন্তু অফিচৰ বৰমূৰীয়া চাহাবজনৰ অনুগ্ৰহত গৌতমে কলিকতাৰ ডাঙৰ কোম্পানী এটাত কাম এটা পালে। দৰমহা বেয়া নহয়।

৬

কামৰ পৰা অৱসৰ লবলৈ গৌতমৰ পাঁচ বছৰমান হে আছে। গুৱাহাটীত থকাৰে তেওঁৰ হল দহ বছৰ। ভাৰতবৰ্ষই স্বাধীনতা পোৱাৰ পিছত তেওঁ কাম কৰা কোম্পানীটোৰ শাখা গুৱাহাটীতো স্থাপন হল আৰু তেওঁ প্ৰমোছন পাই গুৱাহাটীলৈ বদলি হৈ আহিল। ইমান দিনেও তেওঁৰ নিজৰ ঘৰ এখন নহল। ভাৰা ঘৰতে তেওঁৰ বয়স ভাটি দিলে। এতিয়া গুৱাহাটীতে মাটি এডোখৰ লৈ নিজা ঘৰ এখন কৰাৰ ইচ্ছা। এই বিষয়ত তেওঁতকৈ ৰেখাৰে উৎসাহ বেছি।

কিন্তু গুৱাহাটীত মাটি নহয় যেনিবা সোণ হে। গৌতম পোনতে গুৱাহাটীলৈ আহোঁতে যিডোখৰ মাটিৰ দাম কঠাত বাৰ-শ পোন্ধৰ-শ টকা আছিল এতিয়া তাৰ দাম কঠাত পাঁচ-ছয় হেজাৰ। যাৰ ধন আছে তেনে লোকে ছয়-সাত হেজাৰ কিয় কঠাত আঠ-ন হেজাৰ দিও মাটি লৈছে। গৌতমৰ তেনে সামৰ্থ্য নাই। বছৰচেৰেকৰ আগতে মন কৰা হলে চান্দমাৰি বা শান্তিপুৰৰ ফালে কঠাত এহেজাৰ বা ডেৰ-হেজাৰকৈ গৌতমে মাটি কিনিব পাৰিলেহেতেন। এতিয়া চিৰিয়াখানাৰ ফালে পথৰুৱা মাটিও দুহেজাৰ আঢ়ৈ-হেজাৰৰ কমে নেপায়। এসময়ত কঠাত পাঁচ-শ টকাকৈ পায়ো তেওঁ দূৰ বুলি সেই অঞ্চলত মাটি নললে।

চৰকাৰী মাটি বিলোৱাৰ গঁম পাই গৌতমো আনৰ লগতে প্ৰাৰ্থী হল। তিনি কঠামান মাটি তেওঁৰ নামত উঠিল। ছিলঙলৈ যোৱা বাটৰ কাষত হাতীয়ে মাউতে তল যোৱা পিতনি। তেওঁ সুধি-মেলি হিচাপ কৰি দেখিলে মাটিখিনি ঘৰ সাজিব পৰা কৰিবলৈ আঠ-ন হেজাৰ টকা পৰিব। ইমান টকা থকা হলে তেওঁ দেখোন মাটি কিনিয়েই লব পাৰিলেহেতেন। নিৰ্দ্ধাৰিত সময়ত পুতিব নোৱাৰা বাবে মাটি কেঞ্চেল হল। অনেক লিখালিখি কৰাত গৱৰ্ণমেণ্টক দিয়া প্ৰায় এঘাৰ-শ টকা তেওঁ তিনি বছৰমানৰ মূৰত ঘূৰাই পালে।

অলপমান পুতিব লগা বা একেবাৰে পুতিব নলগা মাটিও কোনো' কোনোৱে পাইছে। তেনে মাটি গৌতমলৈ নাই।

দুকঠা বা তিনি কঠা যি পাৰে মাটি কিনিয়েই লব লগা হল তেনেহলে! গৌতমে ভাবি-চিন্তি তাকেই ঠিক কৰিলে। গুৱাহাটীলৈ আহি তেওঁৰ এজন মানুহৰ লগত চিনা-পৰিচয় আৰু বন্ধুত্ব হৈছিল যিজন ভালেখিনি মাটিৰ গৰাকী। মানুহজন প্ৰমদাকান্ত শৰ্ম্মা। গৱৰ্ণমেণ্টৰ কাম কৰি পেঞ্চন লৈ তেওঁ এতিয়া গৱৰ্ণমেন্টৰ আৰু গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰীৰ তীব্ৰ সমালোচক। দেশৰ প্ৰতি মমতা আৰু সকলো প্ৰকাৰ দুৰ্নীতি-দুষ্কৰ্ম্মৰ নিন্দা তেওঁৰ কথাত উতলি উঠে। "ইহঁতৰ দেখিছোঁ খাওঁ খাওঁ মূৰ্ত্তি। টকা আৰু টকা। হেৰ, পৃথিবীত থাকিবি নো কেইদিন টকা টকা কৰি যে মৰিছ? এই আছ, এই নাই। মৰিলে টকা লগত লৈ যাবি নে? সজ পথত থাকি দুবেলা দুমুঠি খাই চকু মুদিব পৰাতকৈ সুখৰ কথা নাই। হৰি হৰি, দেশ-কাল কি হল!" এই কেইষাৰ শৰ্ম্মাদেউবে মুখৰ বাণী।

প্ৰমদাকান্তৰ মাটি কঠাত পোন্ধৰ-শ টকাকৈ পায়ো আগতে গৌতমে নিকিনিলে, কাৰণ মাটিখিনি ঘোকটত, ওলাব-সোমাবলৈ বাট নাই। মাটিৰ কাষেদিয়েই এতিয়া ৰাস্তা হব বুলি শুনি গৌতম প্ৰমদাকান্তৰ ওচৰ পালেগৈ। গৌতমৰ কথা শুনি প্ৰমদাকান্তই কলে, "আপোনাক তেতিয়া লবলৈ কলোঁ, আপুনি নললে। মাটি বেচি শেষেই কৰিলোঁ, আপুনি আহিছে এতিয়া!"

"এতিয়াও আপোনাৰ ভালেখিনি মাটি আছে। দিয়ক মোক তাৰে অলপমান।"

"আপুনি বিচাৰিছে যেতিয়া দিব পাৰোঁ, দাম হলে কঠাত চাৰি হেজাৰকৈ লাগিব। তাকো আপোনাক বুলি হে।"

গৌতমে ভাবিছিল পোন্ধৰ-শকৈ নহলেও দু-হেজাৰকৈ কঠাত তেওঁ মাটি পাব। ৰাস্তা এটা হব বুলি গম পায়েই প্ৰমদাকান্তই যে মাটিৰ দাম এনেকৈ বঢ়াই দিব তাক তেওঁ ভাবিবই পৰা নাছিল।

তেওঁৰ উৎসাহ কমি গল। তথাপি তেওঁ কলে, "কঠাত চাৰি হেজাৰকৈ লব নে? সৌ-সিদিনাও দেখোন আপুনি পোন্ধৰ-শ টকাকৈয়ে বেচিছিল।"

"হয়, বেচিছিলোঁ। কিন্তু ৰাস্তা হৈ গলে ছমাহ বা বছেৰেকৰ পিছত কঠাত পাঁচ-ছহেজাৰকৈ বেচিম, আপুনি চাই থাকিব। এতিয়া চাৰি হেজাৰকৈ কিনি থলে আপোনাৰ সস্তাই হব।"

ইয়াৰ পাছত গৌতমৰ মাতিবলৈ একো নেথাকিল।

৭

মাটিৰ বিষয়ে গুণা-গথা কৰি থাকোঁতেই এদিন গধূলি নাৰায়ণ ফুকনে গৌতমক কলেহি তেওঁৰ অফিচতে কাম কৰা কেৰাণী এজনে মাটি বেচিব। দাম কঠাত ষোল-শ টকা। গৌতমে যদি লব খোজে তেনেহলে কেৰাণীজনক তেওঁ মাতি আনিব পাৰিব কথা-বতৰা হবলৈ।

পিছ দিনা কেৰাণীজনক লৈ নাৰায়ণ ফুকন গৌতমৰ ঘৰলৈ আহিল। কেৰাণীজনৰ শান্ত-শিষ্ট চেহেৰা। বয়স পঁচিশ হয় কি নৌ হয়, নাম প্ৰবোধ। গৌতমে দুয়োকে খাতিৰ কৰি বহুৱালে, চাহ-জলপান খুৱালে, আৰু মাটিৰ কথা উলিয়ালে। প্ৰবোধে কলে, "মাটি আপুনি এবাৰ চাই আহকগৈ। দাম কঠাত ষোল-শ টকাকৈ লাগিব, তাৰ কমে নহব।"

আগতে নাৰায়ণে গৌতমক কৈ থৈছিল মাটি তেওঁ দেখিছে আৰু ওচৰতে আনৰ মাটি কঠাত ওঠৰ-শ দুহেজাৰকৈ বিক্ৰী হৈছে। এই মাটি নললে এনে মাটি এই দামত গৌতমে আৰু নেপায়। আশে-পাশে বহুতে মাটি লৈছে। এতিয়া অলপ আওহতীয়া যেন লাগিলেও দুই-চাৰি বছৰৰ পিছত মানুহ বহিলেই ঠাইডোখৰ বঢ়িয়া হৈ উঠিব। প্ৰমদাকান্ত শৰ্ম্মাৰ পাহাৰৰ তলৰ চেচুকীয়া মাটি নহয়। তাতকৈ এই মাটি বহুত ভাল।

গৌতমে কলে, "মই ষোল-শকৈয়ে দিম আৰু এবিঘা মাটিকে লম। কেই দিনমান ৰব লাগিব পিছে। ৰব পাৰিবা নে? তোমাক তুমিয়ে বুলিলোঁ বয়সৰ সুবিধা লৈ, বেয়া নেপাবা।"

"নাই নাই, একো বেয়া পোৱা নাই। আপুনি মোৰ দেউতাৰ বয়সৰ মানুহ। দেউতা জীয়াই থকা হলে দেউতাৰো এতিয়া ইমান বয়সেই হলহেতেন। পিছে, ৰব লাগিব নো কিমান দিন?"

গৌতমে মাতিবলৈ নৌ পাওঁতেই নাৰায়ণেই মাত লগালে, "বেছি দিন নহয়, এসপ্তাহ বা দহ দিন। এই কেইদিন ৰব নোৱাৰিবা জানো?"

আটাইখিনি টকা কেনেকৈ যোগাৰ হব আৰু কেতিয়া যোগাৰ হব সেই কথা নাৰায়ণে জানে। ডাকঘৰত গৌতমৰ কিছু টকা আছে, সেইখিনি উলিয়াব লাগিব। বাকী টকা গৌতমে প্ৰভিডেণ্ট ফণ্ডৰ পৰা ধাৰলৈ লব, পিছে কলিকতাৰ হেড অফিচৰ পৰা মঞ্জুৰ হৈ আহোঁতে দেৰি হব। এইবোৰ কথা নাৰায়ণক গৌতমেই কৈছিল। নাৰায়ণৰ ককায়েক গৌতমৰ সহপাঠী আছিল। সেই সূত্ৰতে গৌতম আৰু নাৰায়ণৰ ভিতৰত ইমান বন্ধুত্ব।

প্ৰবোধে কলে, "ৰম বাৰু দহ দিন। আপুনি মাটি লোৱা তেনেহলে খাটাং?"

এই বাৰো নাৰায়ণেই মাত লগালে, "খাটাং।"

দুয়ো পক্ষৰ যাতে সন্দেহৰ একো থল নেথাকে সেই উদ্দেশ্যেৰেই গৌতমে কলে, "আগধন অলপমান দিম নেকি তেনেহলে, ধৰাঁ পাঁচ-শ টকা। এটা চুক্তিও দুয়োৰো ভিতৰত কৰি পেলালে বেয়া হব নে? সময় মতে গোটেইখিনি টকা দি মাটি নললে মোৰ আগধনখিনি মৰা যাব।"

"আগধনো দিব নেলাগে, চুক্তিও কৰিব নেলাগে। আপোনাৰ মুখৰ কথাই যথেষ্ট। দহ দিনলৈকে আপোনাৰ কাৰণে ৰম, আপুনি মাথোন টকাৰ যোগাৰ কৰকগৈ। মোৰ কথাৰ লৰচৰ নহয়।"

প্ৰবোধৰ গতি-গোত্ৰ জানে বুলিয়েই হক বা তাক ওপৰলৈ

তুলি দিবলৈকে হক, নাৰায়ণে গৌতমলৈ চাই কৈ উঠিল, "এওঁক জানো নহয় নই, ইমান দিন একেটা অফিচতে কাম কৰিছোঁ। এওঁ এবাৰ কথা দিলে আৰু কথা সুঘূৰায়। এক কথাৰ মানুহ প্ৰবোধ।"

চাওঁতে চাওঁতে দহ দিন যাবলগীয়া হলহি, কিন্তু প্ৰভিডেণ্ট ফণ্ডৰ টকাখিনি মঞ্জুৰ হৈ নাহিল। নাৰায়ণে গৌতমক কলে, "এনেকৈ থাকিলে তো নহব। মানুহে প্ৰবোধক মাটিৰ কাৰণে ধৰিছেহি। সি অৱশ্যে আপোনাকে মাটি বেচিবলৈ বৈ আছে। দুই-এদিনতে কিবা এটা কৰক, নহলে মাটি হেৰুৱাব। আন ঠাইৰে পৰা কিছু টকাৰ যোগাৰ কৰিব নোৱাৰে নে? প্ৰভিডেণ্ট ফণ্ডৰ টকা মঞ্জুৰ হৈ আহিলে দি দিব।"

"তাকে হে কৰিব লাগিব, কিন্তু তালৈকো যে সময় দৰকাৰ। ইপিনে দহ দিন পূৰা হয়েই দেখোন।"

নাৰায়ণ ফুকন অলপ ৰল, তাৰ পিছত কলে, "আপুনি প্ৰবোধক ঘৰতে লগ ধৰি কথাটো ককগৈ। দেৰি নকৰিব, আপুনি আজিয়েই যক তাৰ ওচৰলৈ।"

৮

সমুখত গুলচ গছ এজোপা থকা ঘৰটো উলিয়াবলৈ গৌতমৰ একো অসুবিধা নহল। প্ৰবোধৰ ঘৰ-দুৱাৰ ভাল, সজাবৰো কিজানি সৰহ দিন হোৱা নাই। দুখপীয়া চিৰিটোৱেদি গৌতম বেৰ নথকা আগ-ঘৰটোলৈ উঠি গল। বাহিৰত কাকো নেপাই গৌতমে মাতিলে, "প্ৰবোধ আছাঁ নে?" উত্তৰ নাই। আকৌ তেওঁ মাতিলে, আকৌ উত্তৰ নাহিল। তেওঁ তৃতীয় বাৰ মাতিলে।

এইবাৰ ভিতৰৰ পৰা তিৰোতা এজনী ওলাই আহি গৌতমক দেখি থতমত খাই ৰল। গৌতমো কম থতমত খোৱা নাছিল। দুয়ো দুয়োকো চিনিলে। মাখনীক চিনিবলৈ গৌতমৰ একো টান নেলাগিল। ৰায় বাহাদুৰনীৰ মৰমৰ নিদৰ্শন মাখনীৰ কপালত

এতিয়াও বিদ্যমান। তদুপৰি মাখনীৰ চেহেৰাৰ তেনে একো সলনি হোৱা নাই, মুখখন পূৰ হৈয়ে আছে, চুলিও পকা নাই, দাঁতো সৰা নাই। মুখখনৰ কোমলতা কিছু কমিছে মাথোন।

আকস্মিক আনন্দৰ উত্তেজনাই গৌতমক নিমাত কৰি পেলালে। তেওঁ গুলচ জোপাৰ পাতৰ স্থৰুঙাইদি দূৰলৈ চাই পঠালে। ৰদৰ পোহৰত উজ্জলি উঠা নিৰ্ম্মল আকাশ। কিন্তু তালৈ তেওঁৰ চকু নগল, তেওঁৰ চকু গল ত্ৰিশ বছৰ পাৰ হৈ ৰায় বাহাদুৰৰ চিকুণী ঘৰখনলৈ। কেনিবাদি চৰাই এটাই স্থছৰিয়ালে। গুলচ ফুল এপাহি বতাহত উৰি তেওঁৰ ওচৰতে পৰিলহি। তেওঁ তুলি লব খোজোঁতেই গম পালে মাখনীয়ে তেওঁক সেৱা কৰিছে। তেওঁ খক্‌মক্‌কৈ পোন হৈ বহিল আৰু তেওঁৰ মুখৰপৰা ওলাই গল, “তুমি ইয়াত !”

“এইটোৱেই মোৰ ঘৰ, প্ৰবোধ মোৰে লৰা।”

ইতিমধ্যে প্ৰবোধো আহিল। মাখনীয়ে বোৱাৰীয়েককো ভিতৰৰ পৰা মাতি আনিলে, মাতি আনি পুতেক-বোৱাৰীয়েকক কলে, “এওঁৱেই মোৰ গৌতম ককাইদেউ যাৰ কথা তহঁতক কৈয়ে থাকোঁ। এওঁ নথকা হলে আজি মোৰ হাড়তো বন গজিলহেতেন। থিয় হৈয়ে থাকিলিহঁক দেখোন। সেৱা কৰ, ককাইদেউক সেৱা কৰ।”

গৌতম আৰু মাখনীৰ ভিতৰত ভালেমান কথাই হল। কথা যেন শেষেই নহয়। মাণিক আৰু মাখনীয়ে কেবা ঠাইতো ঘুৰি-পকি শেহত গুৱাহাটীলৈ আহিল, গুৱাহাটীতে মাণিকৰ ঘৰ। কহিমা, ইম্ফল, শিলচৰ সেইবোৰ ঠাইত সিহঁত আছিলগৈ। ড্ৰাইভাৰ কামকে মাণিকে কৰিছিল। ছিলঙলৈ যোৱা বাটত মটৰ দুৰ্ঘটনা হৈ মাণিক আঠ বছৰমান হল ঢুকাল। প্ৰবোধৰ বাহিৰে লৰা আৰু এটা আছে, সি বানাৰচত ইঞ্জিনিয়াৰিং পঢ়ে। ছোৱালীও এজনী, তাইক বিয়া দি উলিয়াই দিলে, এতিয়া লৰা-ছোৱালী এহালৰ মাক।

কথাৰ সোঁত নিছিগে দেখি কথাৰ মাজতে প্ৰবোধে কলে, “মই যে কৈছিলোঁ মা, এখেতেই মাটি লব খুজিছে।”

"তই তো ককাইদেউৰ নাম কোৱা নাছিলি। মই নো বুজিম কেনেকৈ? পিছে ককাইদেউ, মাটি যে লব খুজিছে, কিমান নো লব আপুনি? ই বা কি দাম কৰিছে?"

গৌতমে উত্তৰ দিবলৈ নৌ পাওঁতেই প্ৰবোধে কলে, "মাটি এবিঘাকে লব খোজে এখেতে। মই দাম কঠাত যোল-শকৈ কৈছোঁ।"

গৌতমে মাত লগালে, "মই দাম যোল-শকৈয়ে দিম। কেইদিন-মান আৰু সময় লাগে, টকা গোটেইখিনি যোগাৰ কৰিব পৰা নাই।"

মাখনীয়ে সুধিলে, "আপোনাৰ নো টকাৰ ইমান নাটনি হল নে?"

আদ্যোপান্ত গৌতমে বিবৰি কলে। মাখনীয়ে যি ভাবিছে মিছা-কৈয়ে ভাবিছে। মোমায়েকৰ সম্পত্তিৰ ফুটা কড়ি এটাও গৌতমে পোৱা নাই। গাৱঁত যি মাটি-বাৰী আছিল তাকো দদায়েকহঁতে ভগাই-মেলি ললে। কলিকতাত থাকোঁতেই এবাৰ আহি খবৰ কৰিবলৈ গলত দদায়েকহঁতৰ পুতেকহঁতে গৌতমক খৰা দা জোকাৰিলে। গতিকে সেই দিনেও পানী এচলু দিব লগা হল।

মাখনীয়ে কলে, "মোৰ মাটি যদি আপুনি নেপায় তেনেহলে কোনে পাব? এতিয়া বহক, আৰু কথা হম। কিমান কথা যে আপোনাক সুধিব লগীয়া আছে।"

গৌতমৰ বৰ ভাল লাগি গৈছিল। তেওঁৰো বহিবৰ ইচ্ছা আছিল কিন্তু তথাপি হাত-ঘড়ীটোলৈ চাই তেওঁ কলে "মাখনী, আজি বাৰু যাওঁ, অলপ জৰুৰী কাম আছে। আন এদিন আহিম। আহিবই লাগিব নহয় মাটিৰ লেঠা নমৰে মানে।"

"বাৰু, আপোনাক তেনেহলে আজি আটক নকৰোঁ। আজি কি বাৰ? শুকুৰবাৰ। পৰহিলৈ দেওবাৰলৈকে আপুনি আহিব। জৰুৰ আহিব, মই বাটলৈ চাই থাকিম। পুৱাতে আহিব, দুপৰীয়া আমাৰ ইয়াতে ভাত খাবহি।"

গৌতমে নিমন্ত্ৰণ গ্ৰহণ কৰি সৰি থকা গুলচ ফুল কেইপাহমান আনন্দেতে বুটলি লৈ ঘৰলৈ উলটিল।

৯

দেওবাৰে গৌতম প্ৰবোধৰ ঘৰলৈ গলত মাখনীয়ে আদৰ-সাদৰ কৰি বহুৱালে। চাহ আনি দিলে আৰু চাহৰ লগত খাবলৈ দিলে এটা সিঙৰা, দুটা নাৰিকলৰ লাৰু আৰু এচকল কেক।

নাৰিকলৰ লাৰু এটাৰ আধাডোখৰ মুখত সুমাই গৌতমে কলে,"মই যে নাৰিকলৰ লাৰু ভাল পাওঁ তুমি এতিয়াও পাহৰা নাই দেখিছোঁ।"

"আপোনাৰ বহুত কথাই মই পাহৰা নাই।"

গৌতমে মূৰৰপৰা ভৰিলৈকে মাখনীলৈ চাই পঠালে। শুকুৰবাৰে দেখোঁতে মাখনীৰ মূৰত কাপোৰ আছিল, আজি নাই। গৌতমে মন কৰিলে মাখনীৰ খোপাটো আগতকৈ সৰু হল, কিন্তু দেখিবলৈ আপচু হোৱাকৈ সৰু হোৱা নাই। কাণত সৰু দুল এযোৰৰ বাহিৰে গোটেই গাত আন একো অলঙ্কাৰ নাই। পিন্ধনত উকা পাটৰ মেখেলা এখন আৰু তাৰ লগত ৰঙিতা নোখোৱা পুৰণিমুৱা ফুলাম চাদৰ এখন।

মাখনীয়ে সুধিলে, "কি চাইছে ?"

"তোমাকে চাইছোঁ। তোমাৰ চাদৰখন চাইছোঁ, মেখেলাৰ লগত মিলা নাই।"

"এইখন আপুনিয়ে দিছিল কোনোবা এটা বিহুত আনি বাইদেৱে দিয়া টকাৰে কিনি। আপুনি দিয়া বুলিয়েই আজিলৈকে থৈ দিছোঁ, কেতিয়াবা হে লওঁ।"

গৌতম আৰু প্ৰবোধ ভাত খাবলৈ বহিল। মাখনীয়ে হাতত বিচনী এখন লৈ গৌতমক বিচি থাকিল। ইটো খক, সিটো খক বুলি কিমান যত্ন কৰিয়েই যে মাখনীয়ে গৌতমক খুৱালে। মাখনীয়ে কলে, "আপুনি খাব দেখি মই আজি নিজে ৰান্ধিছোঁ। আটাইখিনি খাব লাগিব কিন্তু গৌতম ককাইদেউ। একো এৰিব নোৱাৰে।"

গৌতমে খাই-বৈ উঠি মাখনীয়ে নিজ হাতে বাহিৰৰ কুঠৰীটোত পাৰি দিয়া "দুগ্ধফেননিভ" ধপধপীয়া বিছনাত দীঘল দি কিছু পৰ

জিৰালে। তাৰ পিছত আগঘৰটোলৈ ওলাই আহি গৌতম চকীত বহিল আৰু গম পাই মাখনীও তালৈকে আহিল।

গৌতমে কলে, "মাটিৰ বিষয়ে এতিয়া কি কৰা ?"

"লক মাটি আপুনি।"

"মই পিছে মাটি তিনি কঠা হে লম। টকা আটাইখিনি যোগাৰ কৰিব নোৱাৰিলো। পিছত পাৰিলে লম বাকী দুকঠা। এই তিনি কঠাৰ দাম লৈ আহিছোঁ। প্ৰবোধক মাতোঁ, টকাখিনি লকহি। কাইলৈ বা পৰহিলৈ সি কাছাৰীত ৰেজেষ্টৰী কৰি দিবগৈ।"

"টকা আপুনি উলিয়াব নেলাগে, সুমাই থক। মাটিৰ দাম আপুনি দিব নেলাগে।"

"কেলেই ?"

"এনেয়ে।"

গৌতমে উচ্-পিচ কৰি কলে, "ইমানখিনি মাটি মোক এনেয়ে দিবা কেলেই ? মই এনেয়ে মাটি লব নোৱাৰোঁ।"

"মোৰ পৰাও নোৱাৰে ?"

"তোমাৰ পৰাও নোৱাৰোঁ।"

মাখনী অলপ পৰ নিমাতে ৰল। তাৰ পিছত কলে, "দিব তেনেহলে দাম। এই বিঘা আৰু লগতে আৰু দুবিঘা মাটি তেওঁ কিনিছিল বিঘাত পাঁচ-শ টকাকৈ, মোৰ বঢ়িয়াকৈ মনত আছে। আপুনি মোক পাঁচ-শ টকাকে দিব যদি মাটি বিঘা এনেয়ে লবলৈ বেয়া পায়। কিন্তু এনেয়ে ললে হে মই ভাল পাম।"

"কিন্তু সি যে বৰ অন্যায় হব।"

"একো অন্যায় নহয়। আপুনি মোক ইমান পৰ ভাবে নে ? মাটি আপুনি লবই লাগিব, লবই লাগিব আপুনি। আপুনি আৰু একো নকব। মই আৰু একো নুশুনো, একো নুশুনো—নুশুনো—নুশুনো—।"

শেহৰ ফালে মাখনীৰ মাত থোকাথুকি হৈ আহিল।

# নতুন জীৱন

ৰোমেশ্বৰ খাটনিয়াৰৰ মাজু জীয়েক বিমল। দশমমান শ্ৰেণীত পঢ়োঁতে এদিন তাই স্কুলৰপৰা বাহিৰে বাহিৰে অন্নদাকান্ত নামৰ লৰা এটাৰ লগত গুচি গৈছিল। খবৰ পাই ককায়েক কুমুদেশ্বৰে বাটৰপৰা তাইক ধৰি আনিলেগৈ। আগৰেপৰা লৰাটোৰ লগত বিমলৰ চিঠি দিয়াদিয়ি আছিল।

দেউতাকে স্কুলৰপৰা একেবাৰে বিমলক চোকা নজৰত ৰাখিলে আৰু বিয়া দিবলৈ দৰা বিচাৰিলে। এপতীয়াতে শেষ হোৱাত বিমলৰ বিফল অভিযানৰ কথা তেনেকৈ বিয়পিবলৈ নেপালে। খাটনিয়াৰ প্ৰতিপত্তি থকা মানুহ। বিমলো জোঙা সৰু নাক, বৈ-পৰা চকু, চিঁয়া ককাল, আটিল গা আৰু ঘূৰণীয়া বগা মুখখনিৰে দেখিবলৈ ধুনীয়া আছিল দেখি ভাল দৰাই ওলাল। বিলাতত পঢ়ি পাছ কৰি অহা ইঞ্জিনিয়াৰ।

দৰা ওলাল হে ওলাল কিন্তু বিনা চৰ্ত্তত নোলাল। মাধৱ তালুকদাৰে দহ হেজাৰ টকা বিচাৰিলে। ধাৰ কৰি বিলাতত তেওঁ পঢ়িবলৈ গৈছিল, বিয়া কৰি এনেকৈ ধাৰখিনি মৰাৰ মতলব। খাটনিয়াৰে লৰাজনৰ ভাল নামকে শুনিলে, বিলাতত যে কাৰোবাক বিয়া কৰি থৈ অহা নাই তাৰো খবৰ যি পাৰিলে ললে। ইয়াতকৈ ভাল দৰা বিমলে ক'ত পাব! তেওঁ দহ হেজাৰ টকা দিয়াৰ কথাকে ভাবিলে। কাৰবাৰৰ যোগেদি তেওঁ ভালেখিনি টকাৰ মালিক হৈছিল।

কেই মাহমান খাটনিয়াৰৰ অসুখ। অনেক সময়ত দুখীয়া মানুহৰ বেমাৰ হয় খাবলৈ নোপোৱাৰ বাবে আৰু চহকী মানুহৰ বেমাৰ

হয় খাব লগাতকৈও বেছিকৈ খোৱাৰ কাৰণে। দুপৰীয়া-গধূলি দুয়ো সাজতে খাটনিয়াৰক লাগিব ভালকৈ মচলা দি ৰন্ধা মাংস আৰু পুৱা-আবেলি চাহ খাওঁতে লাগিব ঘিউ টোপাটোপে পৰা ঢৌ উঠা লুচি অথবা পেস্তা-বাদাম দি তৈয়াৰ কৰা মোহনভোগ। হাই ব্লাড-প্ৰেচাৰ থকা মানুহ, এনেকৈ খাবলৈ ডাক্তৰে নিষেধ কৰাতো তেওঁ ডাক্তৰৰ কথালৈ বৰকৈ কাণ নিদিলে। পক্ষাঘাত বেমাৰত তেওঁৰ এতিয়া বিছনাত পৰি থকা অৱস্থা।

খাটনিয়াৰে বুজিছিল তেওঁৰ বেছি দিন আয়ুস নাই। সেইদেখি সোনকালে বিমলৰ বিয়াখন পতাৰে তেওঁৰ ইচ্ছা আছিল। বিয়াও হৈয়ে গলহেতেন। পিছে দৰাই বিচাৰিলে আগতে টকা আৰু খাটনিয়াৰে কলে আগত বিয়া, পিছত টকা। দেউতাকৰ ঠাইত কুমুদেশ্বৰেই আজিকালি সকলো তত্ত্বাৱধান কৰে আৰু ঘৰো চলায়। তেওঁ দেউতাকতকৈও একাঠি চৰা। কুমুদেশ্বৰে কলে, “আগতে টকা দিম কেলেই? তেওঁ যদি আমাক ইমানেই অবিশ্বাস কৰিছে তেনেহলে বিয়াকে কৰাব নেলাগে। ৰভাৰ তলতে তেওঁক টকা দি দিম, তাৰ আগত নহয়। দেউতা, আপুনি একো চিন্তা নকৰিব। মাধৱে বিয়া নকৰে যদি নকৰিব, মই বিমলক ভাল ঠাইতে বিয়া দিম।”

মাধৱৰ কথা একেষাৰ, “আগতে টকা, পিছত বিয়া।” মাধৱে নিজকে নিজে কলে, “এইবোৰ চহকী মানুহৰ একো বিশ্বাস নাই, বিশেষকৈ নতুনকৈ পাবত গজা চহকীৰ। টকা আগতে নেপালে মই কেতিয়াও বিয়া নকৰোঁ। বিয়া কৰাতকৈও ধাৰখিনি মৰা হে মোৰ প্ৰথম কাম।”

এইবিলাক বাক-বিতণ্ডাৰ ফলভোগ কৰিলে বিমলে। সোন-কালেই বিয়াখন হব বুলি তাই বৰ আশা কৰিছিল, কিন্তু সোনকালে যে নহলেই দেৰিকৈ হোৱাৰো একো বাট নেথাকিল। বিয়া ভাগি গল।

২

আন দুই-এঠাইত কথা-বতৰা অলপ হৈছিল, কিন্তু আগ বাঢ়িবলৈ নেপালে। খাটনিয়াৰৰ অৱস্থা হঠাতে বেছিকৈ বেয়া হোৱাত বিয়াৰ কথা তল পৰিল।

খাটনিয়াৰক চাবলৈ আহিল খাটনিয়াৰৰ ভনীয়েক। কিন্তু তেওঁ খাটনিয়াৰক চোৱাতকৈ তেওঁক হে চাব লগা হল। খাটনিয়াৰক ডাক্তৰে চাবলৈ আহিল, তেওঁ ডাক্তৰক লগ ধৰি সুধিলে, তেওঁৰ দেখোন খাবৰ মন নেযায়, ভালকৈ ভোকো নেলাগে, কিবা দৰব এটা দিব নোৱাৰে নে? তাকে শুনি কুমুদেশ্বৰে মাকক কলে, "মা, পেহীদেউৰ ভালকৈ ভোক নেলাগোঁতেই ইমান, ভালকৈ ভোক লাগিলে দেখোন কথা বিষমেই।" পুৱা-গধুলি মিতিৰ-কুটুমৰ ঘৰত ফুৰিবলৈ তেওঁক মটৰখন লগা হল।

খবৰ পাই খাটনিয়াৰৰ শাহুৱেকো আহিল। খাটনিয়াৰনীৰ মাক সৰুতেই ঢুকাল, মাহীমাকৰ যত্নতে তেওঁ ডাঙৰ-দীঘল হল, গতিকে মাহীয়েকেই তেওঁৰ মাক। বেমাৰী ঘৰতো তেওঁৰ আদৰ-যত্নৰ একো ত্রুটী নহল। তেওঁ জোৱাঁয়েকক চোৱাতকৈও আহিছে এটা মতলব লৈ। তেওঁ আহিছে পুতেকক জোৱাঁয়েকৰ ঘৰত থৈ তাক কলেজত পঢ়ুৱাবলৈ। পুতেককো তেওঁ লগত লৈ আহিছে। আই-এচ্‌চি পাছ কৰাৰ পিছত সি আৰু পঢ়া নাই।

খাটনিয়াৰৰ কথা কওঁতে কষ্ট হয়। তথাপি তেওঁ মুখখন বেকা কৰি সেহাই সেহাই লাহে লাহে শাহুৱেকক কলে, "থাকক নবীন ইয়াত, থাকি পঢ়ক কি পঢ়িব খোজে। এইখনো আপোনাৰে ঘৰ।" মূৰৰ চুলিৰ সমান আয়ুস হওক বুলি শাহুৱেকে জোৱাঁয়েকক আশীৰ্ব্বাদ কৰিলে। খাটনিয়াৰৰ বৰ্ত্তমান অৱস্থাত সেই আশীৰ্ব্বাদ বিদ্রূপ যেন শুনা গল। বুঢ়ীৰ বয়স সত্তৰিৰ ওপৰ, এই বয়সতো বুঢ়ীৰ কামিহাড় খিৰিকীত লগোৱা লোহাৰ দণ্ডীৰ দৰে পোন। মতলব সিদ্ধি হলত পুতেকক খাটনিয়াৰনীক চমজাই দি তেওঁ ঘৰমুৱা হল।

অঙহী-বঙহী আৰু কেইজনমান আহিল খাটনিয়াৰৰ খবৰ লবলৈ। গুৱাহাটীৰপৰা এই ছলতে এবাৰ আহিব পাৰিলে বেয়া নহয়, থকা-মেলাৰ কথা ভাবিবই নেলাগে, এনে ভাব দুই-এজনৰ। দুই-এজন আহিল এই সুবিধাতে ছিলঙৰপৰা পাক এটা মাৰি আহিবলৈ। ৰুদ্ৰকান্ত ফুকনৰ ছিলঙত কিবা কামো আছিল। তেওঁ কুমুদেশ্বৰক মটৰখন বিচাৰিলে ছিলঙত তেওঁক থৈ আহিবলৈ, বেমাৰী ঘৰত মটৰখন যে সকলো সময়তে দৰকাৰ তালৈ অলপো ভ্ৰূক্ষেপ নকৰি। কুমুদেশ্বৰো ওখোৰা মানুহ, তেওঁ খাটাংকৈয়ে ফুকনক কৈ দিলে মটৰ নেপাই বুলি।

খাঁ চাহাব বদৰুদ্দিন আহমদ খাটনিয়াৰৰ বহুদিনীয়া বন্ধু আৰু কিবা দৰকাৰত তেওঁ খাটনিয়াৰৰপৰা ছহেজাৰ টকা ধাৰলৈ লৈছিল। তেৰোঁ আহিল বন্ধুৰ দিন চমু চাপি আহিছে বুলি শুনি বন্ধুক শেষ বাৰ চাই যাবলৈ। কিন্তু তেওঁৰ আশা পূৰ্ণ নহল। তেওঁ যিদিনা আবেলি পালেহি সেই দিনাই পুৱা খাটনিয়াৰ ঢুকাল। খাটনিয়াৰনী আৰু কুমুদেশ্বৰক লগ ধৰি তেওঁ থোকাথুকি মাতেৰে তেওঁৰ গভীৰ সমবেদনা জ্ঞাপন কৰি সেই দিনাই গধুলি তেওঁৰ ঘৰ গোলাঘাটলৈ বুলি ৰেলত উঠিল।

মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে ক্ৰিয়া-কলাপৰ আয়োজন চলিল। ডাঙৰ মানুহ, সকামো পাতিব লাগিব ডাঙৰকৈ, নহলে যে মান নেথাকিব, হয়তো মৃতকৰ আত্মাই সদ্গতি পোৱাতো কিবা বিঘিনি ঘটিব! অঙহী-বঙহী আকৌ আহিল। শ্ৰাদ্ধত কি কি লাগিব আৰু মানুহক খুৱাওঁতে কি কি লাগিব সকলোবোৰৰে ফৰ্দ্দ কৰি যোগানৰ ব্যৱস্থা কৰা হল। খাটনিয়াৰৰ ঘৰত হুলস্থুল লাগি পৰিল।

শ্ৰাদ্ধাদিৰ পিছত কুমুদেশ্বৰে বাতৰি কাকতত বিবৃতি এটা দি জনালে যে দেউতাকৰ মৃত্যুত সমবেদনা জনাই বন্ধু-বান্ধৱ আদিৰপৰা অসংখ্য চিঠি-পত্ৰ আৰু টেলিগ্ৰাম আহিছে, আটাই-বোৰলৈ গাইগুটীয়াকৈ চিঠি লিখি কৃতজ্ঞতা জনোৱা সম্ভৱপৰ নহয়,

গতিকে বাতৰি কাকতৰ যোগেদিয়েই সকলোকে আন্তৰিক ধন্যবাদ দিয়া গল।

"অসংখ্য" চিঠি-পত্ৰ আৰু টেলিগ্ৰামৰ সংখ্যা ত্ৰিশৰ বেছি নাছিল।

৩

স্কুল এৰি বিমলে পোনতে উস-আস কৰিছিল, পিছত দেউতাকক ইটো-সিটো কৰি দি আৰু কিতাপ-পত্ৰ পঢ়ি শুনাই উস-আস কিছু কমাইছিল। দেউতাকৰ মৃত্যুৰ লগে লগে কৰিবলৈ তেনে একো নোহোৱা হলত আকৌ তাই হা-হুমুনীয়া কাঢ়িলে। মাকে তাঁত এখন লগাই দিলে, কিন্তু বিমলৰ তাঁতৰ লগত ৰাহী নাহিল। "বহোঁ তাঁতৰ পাতত চকু আলিবাটত"—এনে অৱস্থা বিমলৰ। মাকে নিজেই বৈ লাহে-ধীৰে চাদৰ কেইখন উলিয়ালে।

মোমায়েক নবীন, বিমলতকৈ পাঁচ বছৰমান হে ডাঙৰ। নিয়ম মতেই সি কলেজ কৰি আছে, কিন্তু বিমলৰপৰা ঘৰত ভালকৈ পঢ়িব পৰা নাই। সি গধূলি পঢ়িবলৈ লয়, তাই গৈ তাক হাতত ধৰি টানি কয়, "বলাঁচোন বাৰাণ্ডাত জোনৰ পোহৰত অলপ বহোঁগৈ।" কেতিয়াবা তাই তাক আবদাৰ ধৰে সাধু এটা কব লাগে। অকল সেয়ে নহয়। নবীনে তাইক নবীন বৰদলৈ লাইব্ৰেৰীৰপৰা গল্পৰ কিতাপ বা উপন্যাস আনি দিব লাগে, তাইক লৈ দোকানে দোকানে ঘূৰি তাইক ব্লাউজৰ টুকুৰা আৰু চাদৰ আদি কিনি দিবগৈ লাগে, আৰু কাপোৰ-কানি কিনাৰ পিছত তাইৰ পইচাৰেই ভাল চাহৰ দোকানৰ কেবিনৰ পৰ্দাৰ আঁৰত চাহ-কেক বা কাটলেট-চাহ খুৱাবগৈ লাগে।

পোনতে নবীনে বিমলক সঁচাকৈয়ে আহুকাল পাইছিল, কিন্তু ক্ৰমাৎ তাইক সি আহুকাল পাবলৈ যে এৰিলেই, তাইক তাৰ ভাল লগা হৈ আহিল। সি এতিয়া বিমলে নোকোৱাকৈয়ে লাইব্ৰেৰীৰ-পৰা তাইক ৰসাল উপন্যাস বা গল্পৰ কিতাপ আনি দিয়ে। কিতাপৰ-

পৰা সি মাজে মাজে একোডোখৰ তাইক পঢ়ি শুনায়, পৃথ্বীৰাজ-সংযুক্তাৰ কাহিনী বৰ্ণায়, শকুন্তলা ছবিখন তাই চাইছে নে নাই চোৱা সোধে, কুন্তীৰ কুমাৰী কালতে কৰ্ণৰ যে জন্ম হৈছিল তাক বিবৰি কয়। কোনো দিনা সি তাইক ফুৰাবলৈ লৈ যায় আৰু ৰাতি নোহোৱালৈকে দুয়ো ব্ৰহ্মপুত্ৰৰ পাৰত বহি থাকেগৈ।

খাটনিয়াৰ শয্যাগত থাকিলেও তেওঁ জীয়াই থকা কালত বিমল বাহিৰলৈ এনেকৈ যাব নোৱাৰিছিল। তেতিয়া অৱশ্যে নিওঁতাও কোনো নাছিল। ককায়েকে তাইক বা ঘৈণীয়েকক লৈ ফুৰাবলৈ ভালো নেপাইছিল আৰু তেওঁৰ সময়ো নোলাইছিল। বিহুৰে-সংক্ৰান্তিয়ে বা তেনে কিবা এটা উপলক্ষ হলে হে যি গৈছিল। যাবলৈ লগ নোহোৱাৰ বাবেই বিমল আৰু নবৌৱেকৰ চিনেমা চোৱা এক প্ৰকাৰ বন্ধই হৈছিল। নবীনক পাই চিনেমা চোৱাৰ সুবিধা হল। নবৌৱেকে কেছুৱা লৰা এৰি বৰকৈ যাব নোৱাৰাত নবীন আৰু বিমলে ভালেই পালে। সিহঁতে সপ্তাহত অন্ততঃ একোখনকৈ চিনেমা চোৱাৰ নিয়ম কৰি ললে।

পঢ়া সময়ত বিমলে নবীনক দিগদাৰ কৰি থকা দেখি মাকে বিমলক এদিন কলে, "তই যে তাক পঢ়া সময়ত এনে দৰে দিগদাৰ কৰিছহি, তয়ো দেখোন তাৰ ওচৰতে বহি কিতাপ লৈ পঢ়িব পাৰ।"

একোষাৰ কথা একোজনৰ মুখত শুনি মনটো উৎফুল্ল হৈ উঠে। বিমলৰ কাৰণে এইষাৰো তেনে কথা। মাকে কৈ গল, "নবীনে পঢ়িছেও বেছি, তোতকৈ জানেও বেছি। তাক সুধি-মেলি লব পাৰিবি। সি তোক ভালকৈ বুজাই দিব নহয়।"

পুৱা-গধুলি নবীন পঢ়োঁতে বিমলে তাৰ ওচৰতে পঢ়িবলৈ ললে। নবীনে তাইক উৎসাহ দি কলে, "তই যদি ভালকৈ পঢ় মই তোক এনে দৰে পঢ়াম তই ইচ্ছা কৰিলে অহা বছৰতে মেট্ৰিকুলেছন পৰীক্ষাটো দি দিব পাৰিবি। পঢ়িবি?"

"পঢ়িম।"

নবীনে তাইক পুৰা পঢ়ালে সাহিত্য, বুৰঞ্জী আদি আৰু গধুলি শিকালে অঙ্ক। পাটীগণিতটো উলিয়াই বিমলে এদিন তাক কলে, "এই অঙ্কটো টান পাইছোঁ। তুমি কৰি দিয়াঁ।"

তাই অঙ্ক কৰালৈকে সি চাই আছিল। তথাপি যেন সি চোৱা নাই এনে ভাব দেখুৱাই তাইক সুধিলে, "কি অঙ্ক ?"

"বন্ধনীৰ অঙ্ক।"

"বন্ধনীৰ অঙ্ক ইমান টান পালি নে ? চাওঁ, বহীটো দে।"

বিমলে বহীটো দিলত সি কলে, "আন পাত এখনত অঙ্কটো নতুনকৈ পাতি দে। এইখন তই কাটিকুটি তেনেই নষ্ট কৰিলি।"

তাই অঙ্কটো নতুনকৈ পাতি দিলত ফাউন্টেন কলমটো উলিয়াই লৈ সি কৰি গল, কৰা হলত বিমলক সুধিলে, "কেনেকৈ কৰিলোঁ দেখিলি নে ?"

"দেখিলোঁ।"

"বুজিলি নে ?"

"বুজিলোঁ।"

"এনেকৈয়ে অঙ্ক কৰিব লাগিব। একো টান নেপাব তই। পোনতে অলপ টান পালেও পিছত উজু হৈ পৰিব। তেতিয়া অঙ্ক কৰি কিমান যে ভাল লাগিব তোৰ !"

৪

নাও ডুবাই থৈ নাৱৰীয়া পলাল।

বায়েকৰ ঘৰত আৰু থকাটো সমীচীন নহব বুলি কলেজৰ পঢ়া সিমানতে শেষ কৰি নবীন ঘৰ পালেগৈ। মাকৰ প্ৰশ্নৰ উত্তৰত "কেই দিনমানলৈ নহয়, একেবাৰে আহিলোঁ" বুলি সি থাওকতে কৈ থলে। কেই মাহমানৰ মূৰত সি নগৰৰপৰা বাৰ নে চৈধ্য মাইল দূৰৰ হাইস্কুল এখনত মাষ্টৰ সোমাল।

বিমলৰ গাত মাতৃত্বৰ চিন পূৰাকৈ ফুটি উঠিবলৈ নৌ পাওঁতেই

মাকে দুই-এক কথাত সন্দেহ কৰি সোধাত তাই স্বীকাৰ কৰি পেলালে। মাকৰ প্ৰশ্নৰ উত্তৰত তাই কলে, "কোন হব আৰু? নবীন।" তাইৰ মুখত "নবীন মামা" নোলাই অকল "নবীন" হে ওলাল। জীয়েকৰ উত্তৰ শুনি মাক সেই পিনেই মূৰ্চ্ছা যোৱাৰ নিচিনা হল। ঘৰৰ আটাইবোৰ মানুহৰে ওপৰত তেওঁৰ খং উঠি গল—পুতেকৰ ওপৰত, বোৱাৰীয়েকৰ ওপৰত, নিজৰ ওপৰত। আনকি খাটনিয়াৰৰ ওপৰতো তেওঁৰ খং উঠিল। তেওঁৰ মনত হল খাটনিয়াৰৰ মৃত্যু নঘটা হলে এনে কাণ্ড কেতিয়াও হব নোৱাৰিলেহেতেন। "ভাল শত্ৰুৰ শালিলে নবীনে। তাক নো কোনে কি কৰিব? সি তো পলায়েই সাৰিল। মৰক এতিয়া এইজনী!" তেওঁ নিজকে কলে।

খাটনিয়াৰৰ ভনীয়েকৰ জোঁৱায়েক অৰবিন্দনাথ মহন্ত এম-বি-বি-এচ ডাক্তৰ। তেজপুৰ নে নগাৱঁত তেওঁ তেতিয়া কাম কৰিছিল। তেওঁক চিঠি লিখি মাতিলত তেওঁ আহিল আৰু খাটনীয়াৰনীয়ে সাঙ্ঘাতিক খবৰটো দি তেওঁক কিবা এটা উপায় কৰিবলৈ কলে। অৰবিন্দই সুধিলে, "কি উপায় কৰিম?"

"তোমালোকে হে জানা কি উপায় কৰিব লাগে। মই জানো ডাক্তৰ?"

"নাই, একো উপায় কৰিব নোৱাৰেঁা।"

"নষ্ট কৰি পেলাব নোৱাৰাঁ নে?"

"মোৰপৰা এনে কাম নহব।"

"এনে বিপদত এইফেৰা উপকাৰো কৰিব নোৱাৰাঁ নে?"

"নোৱাৰোঁ।"

"তেনেহলে কি উপায় হব এতিয়া?"

অৰবিন্দই বাওঁ হাতেৰে কপালৰ কুম দুটা অলপ মোহাৰি লৈ কলে, "ডিব্ৰুগড়ত বহুত ডাক্তৰ আছে, তাতে এবাৰ চেষ্টা কৰি চাব পাৰে। টকাৰ থকঁত কোনোবা ডাক্তৰ ওলালেও ওলাব পাৰে তাত। কিন্তু যিহকে কৰে সোনকালে কৰা উচিত।"

ডিব্ৰুগড়লৈ বিমলক নিয়াৰ প্ৰস্তাৱ কুমুদেশ্বৰে অলপো সমৰ্থন নকৰিলে। তাত গৈ কিবা কৰিলে কথা লুকাই ৰাখিবলৈ টান হব। কথা জাহিৰ হলে বিমলৰ বদনাম তো হবই, ঘৰখনৰো সদ্‌নামত চেকা লাগিব। কুমুদেশ্বৰে কলিকতালৈকে বিমলক নিবলৈ ঠিক কৰিলে। সোনকালে নিলে আৰু টকা খৰচ কৰিলে মানে মানে ঘূৰি আহিব পৰাৰ তেওঁ সম্ভাৱনা দেখিলে। অগতিৰ গতি আৰু সকলো ৰকমৰ আশা-ভাৰসাৰ স্থল যে কলিকতা।

দেউতাকৰ বৰ বিশ্বাসী মানুহ আছিল বৰকৎ আলি। তেওঁ দেৰগাওঁ নাহৰণিৰ মানুহ, আজি দুই পুৰুষ গুৱাহাটীৰ লাখটকীয়াৰ বাসিন্দা। খাটনিয়াৰতকৈ বৰকৎ আলি কেইবছৰমানৰ সৰু, তেওঁ খাটনিয়াৰক মাতিছিল "খাটনিয়াৰ" বুলি আৰু খাটনিয়াৰে তেওঁক মাতিছিল "বৰকৎ" বুলি। বিশ্বাসতে কিবা এটা কৰিব লগা হলেই খাটনিয়াৰে কয়, "বৰকতক মাতি আন" আৰু বৰকৎ আলি আহিলে দুয়োৰো ভিতৰত আলোচনা চলে কিটো কৰা উচিত আৰু কিটো কৰিলে ঠিক হব। খাটনিয়াৰৰ মৃত্যুৰ পিছতো বৰকৎ আলি ঘৰখনৰ বিশ্বাসৰ মানুহ হৈয়ে থাকিল।

বৰকৎ আলিক মাতি সকলো কথা কোৱা হল। তেওঁৰো কলিকতালৈ বিমলক নিয়াটোতে মত দিলে। বিমলৰ মাকক তেওঁ নিৰ্ভয় দি কলে, "আপুনি একো ভয় নকৰিব, সকলো ঠিক হৈ যাব।" কুমুদেশ্বৰ আৰু বিমলৰ লগত তেওঁৰো কলিকতালৈ গল কুমুদেশ্বৰৰ অনুৰোধ মতেই।

৫

কলিকতাত ভাল হোটেল এটাত তিনিও উঠিলগৈ। ডাক্তৰৰ লগত পৰামৰ্শ হল। এজন ডাক্তৰৰ আগত প্ৰস্তাৱটো উলিয়ালত তেওঁ কুমুদেশ্বৰলৈ এনে চোকাকৈ চালে যে কলিযুগ নহৈ সত্যযুগ হোৱা হলে তেওঁ তাতে পুৰি-দেই ছাই হৈ গলহেতেন। কুমুদেশ্বৰৰ

আদেশ তামিল কৰিবলৈকো দুই-এজন ওলাল। টকাও বিচাৰিলে তেওঁলোকে ভালকৈয়ে! কুমুদেশ্বৰ ৰাজী, টকাৰ প্ৰশ্নই নুঠে, তেওঁৰ এনেটো ভাব।

কিন্তু বেকা হৈ বহিল বৰকৎ আলি। তেওঁ কলে, "নাই নাই, ই কেতিয়াও হব নোৱাৰে। এইবোৰ কৰিবলৈ হলে আৰু আগতে কৰিব লাগিছিল। আমাৰ অসমীয়া দৰবো আছিল। কিন্তু এতিয়া সেইবোৰ একো হব নোৱাৰে। ছোৱালীজনীৰ যদি কিবা হয়, তেতিয়া? ডাক্তৰে জীয়া মানুহ মাৰিব পাৰে, কিন্তু মৰা মানুহ জীয়াব নোৱাৰে।"

"বিমলৰ একো নহয়। ডাক্তৰে মোক ডাঠি কৈছে।"

"ডাঠি নকলে আকৌ টকা উলিয়াব কেনেকৈ? কিন্তু এনেকৈ ডাঠি কোৱাৰ কোনো মূল্য নাই।"

"ডাক্তৰৰো তো ভয় আছে। আপুনি একো ভয় নকৰিব।"

"ভয় নকৰিম কেলেই? যি ডাক্তৰে এইবোৰ কাম কৰিবলৈ আগ বাঢ়ে সি বিপদত পৰিলে কেনেকৈ সাৰিব পাৰি তাৰ উপায় নভবাকৈ আছে নে? কিবা এটা বুধি কৰি সাৰি যাব বাৰু, সাৰিব যেনিবা নোৱাৰিলেই, ডাক্তৰৰ ফাঁচীয়েই হল, তাৰপৰা তোৰ নো কি লাভ হব? ছোৱালীজনী আকৌ তই ঘূৰাই পাবি নে? তাই যি গল গলেই। মই সেইবোৰ কৰিবলৈ দিব নোৱাৰোঁ। মই তোৰ দেউতাৰৰ বন্ধু, তইঁতৰ ভালটো হে মই বিচাৰোঁ। দেউতাৰ আজি নাই, দেউতাৰ থকা হলে এনে কাম কৰিবলৈ তোক দিলে-হেতেন নে? কেতিয়াও নিদিলেহেতেন। ময়ো নিদিওঁ। দেউতাৰ নাই, কিন্তু মই আছোঁ। বিমল মোৰো জী।"

কুমুদেশ্বৰে একো উত্তৰ দিব নোৱাৰিলে। বৰকৎ আলিয়ে আকৌ কলে, "বাৰু, তোৰ কথাকেই মানিলোঁ, বিমলৰ ভয়ৰ একো কাৰণ নাই। কিন্তু বিমলৰ একো নহলেও তাইৰ পেটত থকাটো তো নষ্ট হব। এনেকৈ প্ৰাণনাশ কৰিবৰ আমাৰ কি অধিকাৰ

আছে? ই যে হত্যা, একেবাৰে হত্যা। নাই নাই, ই হব নোৱাৰে। মই কেতিয়াও হবলৈ নিদিওঁ।”

বৰকৎ আলিক অনাটোৱেই ভুল হল, কুমুদেশ্বৰে ভাবিলে। ননা হলেও ভুল হলহেতেন, তেনে ভাবো কুমুদেশ্বৰৰ মনলৈ নহাকৈ নেথাকিল। তেওঁ সুধিলে, “বাৰু, সেইবোৰ যদি একো কৰিবলৈ নিদিয়ে তেনেহলে কি উপায় হব?”

“যিটো অতি স্বাভাবিক, যিটো হোৱা উচিত, সেইটো উপায়েই হব। থাকক বিমল ইয়াতে কলিকতাত এই কেইমাহ। সময়মতে লৰা বা ছোৱালী যি হয় হব।”

“হল বাৰু লৰা বা ছোৱালী, তাৰ কি ব্যৱস্থা হব! ইয়াতে হওঁতে অনাথ আশ্ৰমত দিব পৰা যাব?”

“অনাথ আশ্ৰমত দিব লাগিছে কিয়?” এই বুলি কৈয়েই বৰকৎ আলিয়ে অলপ বৈ আকৌ কলে, “অৱশ্যে এবছৰমান অনাথ আশ্ৰমত নেৰাখিলেও উপায় নাই। কিন্তু এবছৰ যি এবছৰ। তাৰ পিছত লৈ যাম। তহঁতে নিনিব বুজিছোঁ, ময়ে লৈ যাম, তুলি-তালি লমগৈ। হিন্দুৱেও হক বা মুছলমানেই হক আৰু এটা অসমীয়া বাঢ়িব। সিও জানো কম লাভ?”

কুমুদেশ্বৰ মান্তি হব লগাত পৰিল। বৰকৎ আলিক কুমুদেশ্বৰে বঢ়িয়াকৈ চিনে, এবাৰ বুঢ়াই যিটোত লাগে সেইটো আৰু এৰি নিদিয়ে। কুমুদেশ্বৰে কলে, “আপোনাৰ ব্যৱস্থা মতে আৰু অন্ততঃ পাঁচ মাহ কলিকতাত থাকিব লাগিব। মই ইমান দিন ইয়াত থাকিব নোৱাৰিম। মই যাওঁ। আপুনি বিমলক চম্ভালি ইয়াত থাকক।”

বৰকৎ আলিৰ ফুৰ্ত্তিয়েই লাগি গল, “বান্দা ৰাজী।”

“তেনেহলে হোটেলত থকাৰ আৰু দৰকাৰ নকৰে। বালীগঞ্জ বা ভবানীপুৰৰ ফালে মই ঘৰ বা ফ্লেট এটা ভাৰা কৰি দিওঁ, তাতে বাপেক-জীয়েক দুয়ো থাকক। সকলো খৰচৰ ভাৰ মোৰ ওপৰত

থাকিল।" পিছৰ কথাষাৰত অলপ জোৰ দিয়েই কুমুদেশ্বৰে কলে বৰকৎ আলিক টকা-পইচাৰ বিষয়ে নিশ্চিন্ত কৰিবলৈ।

কুমুদেশ্বৰ গুৱাহাটীলৈ ঘূৰি যোৱাৰ আগতে ভবানীপুৰত ফ্লেট ভাৰা হৈ গল, আৰু বৰকৎ আলি বিমলৰ সৈতে তাত উঠিলগৈ।

৬

ওচৰৰে লেডী ডাক্তৰ এজনীক কুমুদেশ্বৰেই ঠিক কৰি থৈ গৈছিল। মাজে-সময়ে বিমলক তেওঁৰ ওচৰলৈ নি বৰকৎ আলিয়ে দেখুৱায়গৈ আৰু তেৰোঁ দৰকাৰ হলে ফ্লেটতে চাই যায়হি। তেওঁ যেনেকৈয়ে কয় তেনেকৈয়ে বিমল চলে। মাজে মাজে বিমলক খাবলৈ লেডী ডাক্তৰে কিবা বড়ীও দিয়ে।

কিন্তু দৰবে বিমলৰ গা ভালে ৰাখিলেও মন ভালে ৰাখিব পৰা নাই। তাই বৰ বিমৰ্ষ হৈ থাকে। যিটো কথাত এদিন তাই স্বৰ্গ-সুখ অনুভব কৰিছিল সেইটো কথাৰ স্মৃতিয়ে তাইক আজি নৰকৰ যাতনা দিয়ে। একালৰ ইমান আনন্দ একালত ইমান নিৰানন্দৰ কাৰণ হব পাৰে! তাই ভাবে, তাই বৰ জগৰৰ কাম কৰিলে। নিজকে এনেকৈ এৰি দিলে তাই, চম্ভালি ৰাখিব নোৱাৰিলে। তাইক জুলুকা লাগি থকা দেখি বৰকৎ আলি উদ্বিগ্ন হৈ পৰে, আৰু তাইক সোধে, "কিয় ইমানকৈ মন মাৰি থাক মাই? একো ভয় নকৰিবি, মই আছোঁ নহয়।"

"নাই, একো ভয় কৰা নাই খুৰা।" কুমুদেশ্বৰ আৰু বিমলে বৰকৎ আলিক "খুৰা" বুলি মাতে, যদিওবা লৰা গুচি ভদ্ৰলোকৰ শাৰীলৈ উঠাৰ পিছৰপৰা কুমুদেশ্বৰৰ মুখত আগৰ দৰে "খুৰা" তেনেকৈ নোলায়। বিমলে কৈ গল, "ভয় মই কৰা নাই খুৰা, কিন্তু মোৰ বৰ ধিক্কাৰ লাগিছে। বাহিৰত এনেকৈ আছোঁ কিন্তু ভিতৰে ভিতৰে মই পুৰি মৰিছোঁ। মোৰ মনত শান্তি নাই। মই কি কৰিলোঁ! মাজে মাজে সঁচাকৈয়ে মোৰ আপোনঘাতী হবৰ মন যায়।"

"তেনে ভাব মনলৈকে নানিবি তই। মানুহে নকৰা কি কামটো তই কৰিলি যে মৰিবি? বহুতৰে ভুল হয়, তোৰো হল। ভুলে-চুকে হে মানুহ। মন ডাঠ কৰি থাক মাই, সকলো ঠিক হৈ যাব, খোদাতাল্লাই তোৰ ভালেই কৰিব। তই নতুনকৈ জীৱন আৰম্ভ কৰিব লাগিব। হতাশ হলে নহব। মনৰপৰা হতাশৰ ভাব জোকাৰি পেলাই দে। বল বল, এবাৰ ময়দানৰপৰা দুয়ো ঘূৰি আহোঁগে।"

ৰৰকৎ আলিয়ে বিমলক কোনো দিনা ময়দানলৈ লৈ যায়, কোনো দিনা বা ভিক্টোৰীয়া মেমৰিয়েললৈ নি তাৰ আগৰ মুকলি ঠাইখনত দুয়ো কিছু পৰ বহি থাকেগৈ। সন্ধিয়া অলপ আগ বাঢ়িলে হে দুয়ো ভৱানীপুৰৰ ফ্লেটলৈ উলটি আহে। মাজে মাজে ৰৰকৎ আলিয়ে বিমলক নিলে ধাকুৰীয়া লেকলৈ, এদিন নে দুদিন আলি-পুৰৰ চিৰিয়াখানালৈ আৰু দুদিনমান ইডেন গাৰ্ডেন আৰু গঙ্গাৰ পাৰলৈ। বিমলে এদিন শিৱপুৰৰ বোটেনিকেল গাৰ্ডেনলৈ নিবলৈ ধৰাত ৰৰকৎ আলিয়ে কলে, "তালৈ যাব নোৱাৰি মাই।"

"কেলেই?"

"শুনিছোঁ তালৈ যোৱা মানুহক বোলে গুণ্ডাই অপমান-অত্যাচাৰ কৰে, লুটপাট কৰে। কাগজতো পঢ়িছোঁ তেনেবোৰ খবৰ। তোক তালৈ লৈ যাবলৈ সাহ নহয়। বুঢ়া হৈছোঁ এতিয়া, আগৰ বল-শক্তি নাই। দুই-তিনিটা মানুহলৈ এসময়ত এই ৰৰকৎ আলিয়ে একো পৰোৱাই নকৰিছিল। সেই ৰৰকৎ আলি আজি আৰু নাই মাই।"

দিন যেতেকে বাঢ়ি গল ৰৰকৎ আলি তেতেকে সতৰ্ক হৈ উঠিল। সকলো দায়িত্ব যে তেওঁ নিজেই উপযাচি লৈছে। গাওঁতে কৈ যোৱা মতে কুমুদেশ্বৰো গুৱাহাটীৰ পৰা ওলালহি। যথাসময়ত হাস্পতালত বিমলৰ লৰা এটা জন্ম হল। ৰৰকৎ আলিৰ মনোবাঞ্ছা সিদ্ধি নহল। লৰাটো জন্মতে মৰা। কুমুদেশ্বৰে আনন্দকে পালে, বিমলকো বৰ নিৰানন্দ দেখা নগল। দুখ কৰিলে একমাত্ৰ ৰৰকৎ আলিয়ে হে।

ডাক্তৰৰ পৰামৰ্শ লৈ কেই দিনমানৰ পিছত বিমলক ভৱানীপুৰৰ শ্লেটলৈকে ঘূৰাই অনা হল। এই বাৰো দুদিনমান থাকি কুমুদেশ্বৰ ঘৰলৈ উলটি গল। ইমান সোনকালে বিমলক গুৱাহাটীলৈ নিয়া ঠিক নহব, গতিকে ৰৰকৎ আলি আৰু তাই থাকিল। কুমুদেশ্বৰে কলে, "বিমলে কলিকতাত পঢ়িছে বুলিয়েই আমাৰ মানুহ যিখিনিয়ে জানিব লাগে জানিছে; মই তেনেকৈয়ে কৈছোঁ। আপুনি ইয়াত এনেকৈ বিমলৰ লগত থকাটো আমাৰ তাত কোনেও নেজানে। আপোনাৰ ঘৰৰ কাৰণে আপুনি একো চিন্তা নকৰিব। মই সদায় খবৰ কৰি আছোঁ।"

ৰৰকৎ আলিয়ে জানে অকল খাটনিয়াৰে নহয় খাটনিয়াৰৰ ঘৰৰ সকলোৰে তেওঁলোকলৈ কিমান মৰম। সহায়ো কমখিনি পাইছে জানো ৰৰকৎ আলিয়ে খাটনিয়াৰ জীয়াই থকা দিনৰেপৰা! ৰৰকৎ আলিয়েও আপদে-বিপদে তেওঁলোকক কম সহায় কৰা নাই।

৭

তিনি মাহমানৰ পিছত কুমুদেশ্বৰে কলিকতাৰপৰা বিমলক ঘৰলৈ লৈ আহিল। ৰৰকৎ আলিও তেওঁলোকৰ লগতে ঘৰলৈ উলটিল।

নবৌৱেকৰ মাক আহিছিল জীয়েক-জোঁৱায়েকৰ ঘৰত দিনচেৰেক থাকি যাবলৈ। তেওঁ বিমলক ডেৰ-বছৰমানেই দেখা নাছিল। এতিয়া দেখি তেওঁ সুধিলে, "খীণালি দেখোন, শৌতাও পৰিলি আগতকৈ?"

"এনেয়ে" বুলি বিমল সেইখিনিৰপৰা আঁতৰিল আৰু নবৌৱেকৰ মাক থকা কেই দিন তেওঁৰপৰা যিমান পাৰে আলেঙে আলেঙেই থাকিল। "কিবা গম ধৰিছে নে কি, নাই নবৌৱেই কিবা কৈছে!" কিন্তু বিমলৰ এই আশঙ্কা ভুল। নবৌৱেকৰ মাকে এই বিষয়ে একো নেজানে আৰু জীয়েকেও ঘৰৰ লাজ ঘৰতে ৰাখি এইবোৰ কথাৰ একো শুং-সূত্ৰ মাকক দিয়া নাই।

লাহে লাহে বিমলৰ স্বাস্থ্যও ভাল হৈ আহিল। বিয়াৰ কাৰণে আকৌ চেষ্টা চলিল। কুমুদেশ্বৰে বৰ ওপৰলৈ হাত নেমেলিলে। দেউতাকৰ দিনৰ পয়োভৰ কিছু কমি আহিছিল আৰু দেউতাকৰ প্ৰতিপত্তিও কুমুদেশ্বৰে আৰ্জ্জিব পৰা নাছিল। তদুপৰি এইবোৰ বিপৰ্য্যয়ৰ পিছত দৰা বাছি ফুৰিবলৈ কুমুদেশ্বৰৰ উৎসাহো নাই, ধৈৰ্য্যও নাই। বিমলক খাব-লব পৰা এজনক গতাই দিব পাৰিলেই তেওঁ মুক্তি পায়।

ছিলঙৰ চেক্ৰেটেৰীয়েটৰ কোনোবা এটা বিভাগত আপাৰ ডিভিজনৰ এচিষ্টেণ্টৰ কাম কৰিছিল বৈকুণ্ঠনাথ বৰুৱাই। ঘৰ যোৰহাটৰ গাওঁ এখনত, ঘৰৰ অৱস্থা বৰ ভাল নহলেও বেয়া নহয়। মাটি-বাৰী কিছু আছে, আৰু তাকে তদাৰক কৰি বিধৱা মাক সৰু পুতেকৰ সৈতে গাৱঁৰ ঘৰত থাকে। তেওঁলোকো ছিলঙলৈ বৰ-পুতেকৰ লগলৈ আহিব নোখোজে আৰু বৰপুতেকেও আহিবলৈ তেওঁলোকক নধৰে। বৈকুণ্ঠই গৱৰ্ণমেন্টৰপৰা টকা লৈ ছিলঙৰ মাল্কী অঞ্চলত সাজি লোৱা তেওঁৰ ঘৰত থাকি কাম কৰে আৰু মাহে মাহে কিছু টকা মাক-ভায়েকলৈ নিয়মমতে পঠায়।

বিয়াৰ বয়স যথেষ্ট হৈছিল, কিন্তু মাকে চিঠিৰে সময়ে সময়ে তাগাদা দিয়াতো বৈকুণ্ঠই বিয়াৰ ভাবনা বৰকৈ ভবা নাছিল। চেক্ৰেটেৰীয়েট বিল্ডিঙৰ ওচৰত চাহৰ দোকান দিয়া চিনাকী গাভৰু খাচিয়ানী এজনীয়ে লগ পালেই "খুবলাই" বুলি তেওঁক সোধে, "বিয়া নকৰ নে কি?" খকমককৈ বৈকুণ্ঠই কয়, "ছোৱালী ক'তা? তই বিয়া কৰাবি?" খাচিয়ানীজনীয়ে তামোলৰ ৰঙেৰে ৰাঙলি মুখৰ-পৰা এমোকোৰা হাঁহি তেওঁলৈ ছটিয়াই দি তামোল কাটিবলৈ ধৰে।

বৈকুণ্ঠই কেৰঘেঁহাইছিল। কিন্তু এবাৰ কিবা কামত গুৱাহাটীলৈ আহোঁতে কুমুদেশ্বৰে গম পাই তেওঁক ঘৰলৈ মাতি আনি চাহ-জলপান দিয়াৰ ছলতে তেওঁৰ আগত উলিয়াই বিমলক দেখুৱাত তেওঁৰ কেৰঘেঁহনি গল। বৈকুণ্ঠই ভাবিলে, "এনে এজনী ছোৱালী

পালে বিয়া কৰোৱা বেয়া নহয় আৰু বিয়া যদি কৰাবই লাগে তেনেহলে যৌবন উৰঁলি নৌ যাওঁতেই কৰোৱা উচিত।" মাকলৈ চিঠি গল।

বিয়াত যিমান ধুমধাম হব বুলি ওচৰৰ মানুহখিনিয়ে ভাবিছিল সিমান ধুমধাম নহল, কিন্তু বিয়া একেবাৰে চুচুৰীয়াও নহল। বিয়াত লাউড-স্পীকাৰৰ উৎপাত নথকা বাবে ওচৰৰ মানুহখিনিয়ে কুমুদেশ্বৰক ভালকে বুলিলে।

৮

বিমলক এবাৰ চাই আহোঁগৈ বুলি বৰকৎ আলি ছিলঙলৈ গল। তাইৰ বিয়া হোৱা ছমাহৰো বেছি হল। বুঢ়াই যাওঁ যাওঁ কৰিও যাব পৰা নাছিল। এটা নহয় এটা লেঠা সদায় লাগিয়ে থাকে, তাতে বৰকৎ আলিৰ স্বাস্থ্যও আজি-কালি আগৰ নিচিনা নহয়, অলপতে ভাগৰ লাগে।

হোটেল এটাত বিছনাখন আৰু বাকচটো থৈয়েই বৰকৎ আলি বৈকুণ্ঠনাথৰ ঘৰ ওলালগৈ। ঘৰটো সৰু যদিও আটোমটোকাৰী, দেখি বুঢ়াৰ ভাল লাগিল। বিমলে তেওঁক দেখি ৰং পালে যেনেকৈ, আচৰিতো হল তেনেকৈ। "আপুনি আৰু মোলৈ কাৰ্ড এটাও দিব নোৱাৰিলে নে? মই মটৰ ষ্টেছনলৈ গলোঁহেতেন নহয়। ঘৰ উলিয়ালে কেনেকৈ?"

"ভাবিলোঁ আগতে তোক একো খবৰ নিদিওঁ, নিদি তোক একেবাৰে আচৰিত কৰি দিওঁ। সেই দেখিয়েই তোলৈ চিঠি নিদিলোঁ। ঘৰ উলিওৱাৰ কথা কৈছ? কলিকতাত কিমান ঘোকটত ঘৰ উলিয়াইছোঁ। মাল্‌কীত তোৰ ঘৰটো বিচাৰি উলিওৱা এটা কথাৰ কথা নে? কুমুদেশ্বৰকো ভালকৈ সুধি আহিছোঁ নহয়।"

বিমলে ইপিনে সিপিনে চালে, বৰকৎ আলিৰ লগত কোনো মানুহো নাই, কোনো বয়-বস্তুও নাই। বিমলে সুধিলে, "পিছে

আপোনাৰ বাকচ-বিছনা খুৰা? আপুনি তো আপোনাৰ সাতাম-পুৰুষীয়া টিনৰ বাকচটো এৰি এদিনৰ কাৰণেও কলৈকো নেযায়! বাকচটো ক'ত?" পয়ত্ৰিশ বছৰৰ আগতে বাকচটো বৰকৎ আলিয়ে কিনিছিল।

বৰকৎ আলিয়ে উত্তৰ কৰিলে, "বাকচটো আৰু বিছনাখন হোটেলত থৈ আহিছোঁ। ৰাতিটো তাতে থাকিমগৈ।"

বিমল উচাট মাৰি উঠিল, "সি হবই নোৱাৰে। মই থাকোঁতে ছিলঙলৈ আহি আপুনি হোটেলত থাকিব! সি হবই নোৱাৰে খুৰা, সি হবই নোৱাৰে। আপুনি বহক, বহি জিৰাওক, চাহ-জলপান কৰোঁ, খক আপুনি। তাৰ পিছত চিঠি এখন লিখি দিব হোটেললৈ, মই বাকচ-বিছনা হোটেলৰপৰা অনাই দিম। আপুনি আমাৰ ইয়াতে থাকিব লাগিব, আপোনাৰ জীয়েকৰ ঘৰতে।"

বিয়াৰ পিছত বৈকুণ্ঠনাথৰ মাক আৰু ভায়েক ছিলঙত তেওঁলোকৰ লগত আছিল। কিন্তু তিনি মাহ যাওঁতে-নৌ-যাওঁতেই বৈকুণ্ঠৰ মাক গাৱঁলৈ ঘূৰি যাবলৈ অস্থিৰ হৈ পৰিল। পুতেক-বোৱাৰীয়েকৰ থকা ধৰণৰ লগত মাকে নিজক খাপ খুৱাব নোৱাৰিলে। তাৰোপৰি তেওঁৰ অবিহনত বাৰীখনৰ কি অৱস্থা হৈছে, ঘৰত থকা মানুহটোৱে ঠিক মতে কাম-কাজ কৰিছে নে টিঘিলঘিলাই ফুৰিছে, ফুটুকী গাইজনী জগিল যদি সি ঠিক মতে তাইৰ যত্ন লৈছে নে, এনেবিলাক ভাবে মাকক জুমুৰি দি ধৰিলে। ছিলঙত কাম কৰা যোৰহাটলৈ যোৱা মানুহ এজনৰ লগত বৈকুণ্ঠই মাক-ভায়েকক ঘৰলৈ পঠাই দিলে। শাহুৱেক থকা হলে বিমলে বৰকৎ আলিক তেওঁলোকৰ ঘৰত থাকিবলৈ কবলৈ সাহ নকৰিলেহেতেন।

বৰকৎ আলিয়ে কলে, "তই বাৰু জীয়ে কলি মোক থাকিবলৈ, জোঁৱায়ে বা থকাটো ভাল পায় নে নেপায়? জোঁৱাইক দেখা নাই দেখোন।"

"তেওঁ অফিচৰপৰাই অহা নাই। আহিব এতিয়া। আপুনি

থাকিলে তেওঁ ভালেই পাব। আপুনি যে আমাৰ কিমান আপোন মানুহ তেওঁ কিবা নেজানে নে? তেওঁক আপুনি ভালকৈ নেজানে দেখি হে তেনেকৈ কৈছে। মোক তেওঁ কেই দিন কৈছে আপোনাক ছিলঙলৈ মাতিবলৈ, আপুনি আহি ইয়াত থাকিবলৈ। মই হে মতা নাই, কৈছোঁ জীয়েকলৈ মৰম থাকিলে নিজেই আহিব নহয়, মই আকৌ মাতিম কিয়?”

বৰকৎ আলিয়ে শুনি ভাল পায়, বগা গোফত তাও দি দি হাঁহে। বুঢ়াৰ দাড়ি নাই। বুঢ়া তৰপৰ কোনো কোনো দঢ়ীয়া মুছলমানে তেওঁক অন্ততঃ এই বয়সত দাড়ি ৰখা উচিত বুলি দঢ়াই দঢ়াই কয়। এষাৰ কথাৰে বৰকৎ আলিয়ে তেওঁলোকৰ মুখ মাৰি থয়, “দাড়ি নেৰাখিলেও মই বহুত দাড়ি ৰখা মুছলমানতকৈ খাটী মুছলমান।”

কাগজেৰে মেৰোৱা সৰু বতল এটা আৰু লগতে সৰু টোপোলা এটা বৰকৎ আলিয়ে বিমলৰ হাতত দি কলে, “তোলৈ জলফাইৰ আচাৰকে দুটামান লৈ আহিছোঁ। এই কেইটা নান্‌খাতা আকৌ আমিনাই তোলৈ নিজ হাতে কৰি দি পঠাইছে।” আমিনা বুঢ়াৰ জীয়েক, বিমলতকৈ কেইবছৰমানৰ সৰু। বৰকৎ আলিয়ে লগতে কলে, “শুদা হাতেৰে নো তোৰ ওচৰলৈ কেনেকৈ আহোঁ? সেই-দেখি দুখীয়াই দুখীয়া ভাবেৰে ইয়াকে লৈ আহিছোঁ।”

বিমলে বৰকৎ আলিৰ মুখতে ধৰিলে, “নকব তেনেকৈ খুৰা। আপুনি ধনৰ দুখীয়া হব পাৰে, কিন্তু আপুনি মনৰো দুখীয়া নহয়, ভাবৰো দুখীয়া নহয়। যাৰ মন ডাঙৰ, ভাব ওখ, সি হে প্ৰকৃত মানুহ।”

পিছ দিনাই ঘূৰি আহিব বুলি বৰকৎ আলি ছিলঙলৈ গৈছিল। বৈকুণ্ঠ আৰু বিমলৰ কথা পেলাব নোৱাৰি তেওঁ তিনি দিন থাকিব লগীয়া হল। তেওঁলোকৰ মৰম-সাদৰত ছিলংখন বুঢ়াৰ আগতকৈও ভাল লাগিল।

৯

ছিলঙৰ পৰা ঘূৰি অহাৰ কেইদিনমান পিছতে এদিন টেক্সি এখনত উঠি কিবা কামত কেইজনমান মানুহৰ সৈতে বৰকৎ আলি পলাশবাৰীলৈ যাওঁতে বাটত অগা-পিছা কৰা মানুহ এটাক ৰক্ষা কৰিবলৈ গৈ টেক্সিখন আলিৰ দাঁতিত উলটি পৰিল। ড্ৰাইভাৰ আৰু ড্ৰাইভাৰৰ লগতে বহা বৰকৎ আলি সাঙ্ঘাতিক ৰকমে জখম হল, বাকীবিলাকৰ জখম সিমান গুৰুতৰ নহল। গুৱাহাটীৰ চিভিল হাস্পতাললৈ আনোতেই ড্ৰাইভাৰ মৰিল আৰু বৰকৎ আলিক হাস্পতালত ভৰ্ত্তি কৰা হল।

খবৰ পাই বৰকৎ আলিৰ পুতেক ইচমাইল হাস্পতাললৈ ঢাপলি মেলিলে, আৰু তাৰ অলপ পিছতে কুমুদেশ্বৰো হাস্পতাল ওলালগৈ। বৰকৎ আলিৰ ঘৈণীয়েক আৰু লৰা-ছোৱালীও আহিল। বুঢ়াৰ বাওঁ ভৰিটো আঠুৰ ঠিক তলতে কাটি পেলাব লগীয়া হল। ইচমাইলে মাক আৰু ভায়েক-ভনীয়েকহঁতক কিছুমান পৰৰ পিছত কুমুদেশ্বৰৰ মটৰতে নি ঘৰত থৈ আহিলগৈ। বৰকৎ আলিক অপাৰেশ্যন কৰি আনি বিছনাত শুৱাই দিয়াৰ পিছত ঈশ্বৰ আৰু ডাক্তৰৰ ওপৰতে সকলো ভাৰ এৰি দি সেই ৰাতিৰ কাৰণে ইচমাইল আৰু কুমুদেশ্বৰ ঘৰলৈ গুচি আহিল।

বৰকৎ আলিক ভাললৈ অহা যেন দেখা গৈছিল, কিন্তু হঠাতে বুঢ়াৰ অৱস্থা বেয়াৰ ফালে গল। কথা কব পৰাই হৈ আছিল বৰকৎ আলি। কুমুদেশ্বৰক তেওঁ কলে বিমলক খবৰ দিয়া নাই যদি খবৰ দিবলৈ। লাহে লাহে বুঢ়াই ভ্ৰম বকিবলৈ ধৰিলে, আগ-গুৰি নোহোৱা কথাৰ মাজতে কলে, "বিমল আহিল নে, আমিনা আহিছে নে, এইটো কোন, ইচমাইল কলৈ গল?" অথচ ইচমাইল আৰু আমিনা ওচৰতে বহি আছে। বিমলক আনিবলৈ কুমুদেশ্বৰ ছিলঙলৈ গল, যাওঁতে ইচমাইলক কৈ গল, "বিমলক লৈ আজিয়েই মই ঘূৰি আহিম।"

কিন্তু বিমলে বৰকৎ আলিক নেপালেহি। কুমুদেশ্বৰে নংপু পাৰ হৈ গৈছে কি নাই যোৱা, এনে সময়তে বৰকৎ আলিয়ে শেষ নিঃশ্বাস পেলালে। বিমলৰ লগত বৈকুণ্ঠনাথো গুৱাহাটীলৈ আহিছিল। কবৰ দিয়া ঠাইলৈ আন মানুহৰ লগত কুমুদেশ্বৰ আৰু বিমলো গৈছিল। বিমলৰ দুয়ো গাল বাগৰি চকুৰ পানী, মুখত কথা নাই।

কবৰস্থানৰপৰা ঘূৰি আহি ঘৰ পালত বিমলৰ উচুপনি শুনি মাকে কলে, "যোৱা মানুহ গল। চকুপানী টুকি ঘুৰাই আনিব পাৰিবি জানো?"

"চকুপানী নুটুকি নো কেনেকৈ থাকোঁ মা? আগতে দেউতাক হেৰুৱালোঁ, আৰু আজি হেৰুৱালোঁ আন এজন দেউতাক। এজনে মোক দিলে জন্ম, ইজনে মোক দিলে জীৱন—নতুন জীৱন।"

১৯৬০



## দ্বিতীয় পক্ষ

ঘৈণীয়েক মৰা তিনি মাহ হওঁতে-নৌ-হওঁতেই গকুল শইকীয়াই ঠিক কৰিলে তেওঁ আকৌ বিয়া কৰাব। বিয়া কৰাব হে কৰাব, চহকী মানুহৰ ছোৱালী কিন্তু বিয়া নকৰায়, তেওঁ নিজে তো তেনে ছোৱালী নিবিচাৰেই, কোনোবাই দিলেও প্ৰত্যাখ্যান কৰিব। দুখীয়া মানুহৰ ছোৱালী এজনীকে বিয়া কৰাৰ তেওঁৰ ইচ্ছা।

চহকী মানুহৰ ছোৱালী বিয়া কৰাই গকুলৰ যি হব লাগে হল। সেই অভিজ্ঞতা তেওঁ পাহৰা নাই। প্ৰমীলাই তেওঁক কম অমুৰি কৰিলে নে? তেওঁ কলেজৰ আঢ়ৈ-শ টকীয়া লেকচাৰাৰ। ঘৰৰ ভাৰা দি তেওঁ দুই-তিনিটা চাকৰ ৰাখিব কেনেকৈ? এটা চাকৰেৰেই তেওঁৰ বঢ়িয়াকৈ চলি আছিল, এতিয়া মানুহ এজনী সৰহ হোৱা বাবেই দুই-তিনিটা চাকৰৰ দৰকাৰ হল নে? প্ৰমীলায়ো দেখোন দুই-এখন কাম কৰিব পাৰে। কিন্তু প্ৰমীলাই নুশুনে। দেউতাকৰ ঘৰত তেওঁ বোলে এমখা চাকৰ-চাকৰণীৰ ওপৰত হুকুমজাৰি কৰি আহিছে। প্ৰমীলাৰ যুক্তি শুনি গকুল স্তম্ভিত হল। তেওঁৰ নতুনকৈ কোবালকৈ মনত পৰিল প্ৰমীলাৰ দেউতাক চাহ-খেতিয়ক, তিনি-চাৰিখন বাগিচাৰ মালিক।

দুটা চাকৰ আৰু এজনী লিগিৰিৰে সৈতে প্ৰমীলাৰ দিহা মতে দীপক ৰাগত ঘৰখন চলাওঁতে গকুলৰ গাত পোৰণি উঠিল, তেওঁ হাৰা-শাস্তি হৈ গল। মাহেকৰ দৰমহাৰে তেওঁ মাহেকটো চলাব নোৱাৰা হল। দোকানত তেওঁৰ ধাৰ লাগিল আৰু দোকানীৰ তাগাদা বাঢ়িল। এদিন কওঁ-নকওঁকৈ গকুলে প্ৰমীলাক কলে, "খৰচ-পাতি দেখিছাঁই নহয় কেনেকৈ বাঢ়ি গৈছে। খুদুৰীক তোমালোকৰ ঘৰ-

লৈকে আকৌ পঠাই দিওঁ দিয়াঁ। খুৱাওঁতে-বুৱাওঁতে তাইৰ গাত কমখিনি খৰচ হয় জানো?"

"খুদুৰীক ঘৰলৈ পঠাবলৈ হে মই তাইক ঘৰৰ পৰা আনিছোঁ? দেউতাই বা তাইক আকৌ নিবলৈ হে মোৰ লগত দিছে? তাইক ঘৰলৈ পঠাই দিলে মোৰ ৰিহা-মেখেলা মেলি দিব কোনে, মোক গধুলি ভৰি ধুৱাই দিব কোনে, মোৰ কাপোৰ-কানি বাকচত থানথিত লগাই থব কোনে? এইবিলাক কাম তাই গলে মোক কোনে কৰি দিব ককচোন।"

"কোনে কৰি দিব আৰু, তুমি নিজেই কৰি লবা।"

"ইমান দিন আনেই মোক কৰি দিছে। মই এতিয়া নিজে কৰি লব নোৱাৰোঁ।"

"নোৱাৰিলে কেনেকৈ হব? যেতিয়া যেনেকৈ তেতিয়া তেনেকৈ চলিব পাৰিব লাগিব। নিজৰ দুটা হাত থাকোঁতে আনৰ ওপৰত ইমানকৈ নিৰ্ভৰ কৰাটো তো ঠিক নহয়।"

"কলেজত লৰাক গৈ দিবগৈ সেইবোৰ উপদেশ। আপোনাৰ কথা মতে চলিবলৈ হলে মোৰ ফালে আধ্যাই পৰিব। নকব মোক তেনেবোৰ কথা।"

গকুল নিমাত হৈ গল। কিন্তু বেছি দিন নিমাতে থকাটো তেওঁৰ পক্ষে অসম্ভৱ হৈ উঠিল। খুদুৰীক আঁতৰাবলৈ তেওঁ এই বাৰ নতুন যুক্তি উলিয়ালে। তেওঁ কলে, "গাভৰু ছোৱালীজনীক এই দৰে আটক কৰি ৰখা ঠিক হৈছে জানো? তুমি তোমাৰ সুবিধাটোলৈ হে চাইছাঁ, তাইৰ ভৱিষ্যৎটোলৈ চোৱা নাই।"

"ভৱিষ্যৎ বুলি নো আপুনি কি কব খুজিছে? তাইৰ বিয়াৰ কথা নহয় জানো?"

বিয়াৰ কথাকেই গকুলে অৱশ্যে ভাবিছিল। তথাপি প্ৰমীলাৰ ওচৰত সৈমান নহৈ তেওঁ কলে, "ধৰাঁ বাৰু তাইৰ বিয়াৰ কথাই।"

"খুদুৰীৰ বিয়াৰ কথা মই নভবাকৈ থকা নাই। আপুনি এতিয়া হে

ভাবিছে, মই আগৰপৰাই ভাবিছোঁ। মই ঠিক কৰি থৈছোঁ মোহনৰ লগতে তাইক বিয়া দিম। আপোনাক কওঁ কওঁ বুলিয়েই আছিলোঁ, আজি কথাটো ওলাই ভালেই হল। সিহঁতৰ বিয়া আমিয়েই পাতি দিব লাগিব, অৰ্থাৎ বিয়াৰ সকলো খৰচ কৰিব লাগিব আমি। মই সিহঁতৰপৰা কথা লৈছোঁ বিয়াৰ পিছতো সিহঁত এতিয়াৰ দৰে আমাৰ লগতে থাকিব, আৰু সিহঁত থাকিলে আমাৰ সুবিধাই হব।”

ঘৰখনৰ দুটা চাকৰৰ এটা হল মোহন, আনটো হল কুশৰাম।

২

গকুলে ছোৱালীৰ খবৰ কৰিছে, ছোৱালীও ওলাইছে, কিন্তু যেনে ছোৱালী তেওঁ বিচাৰিছে তেনে ছোৱালী পোৱা নাই। দুখীয়া হলেও মানুহঘৰ ভাল হব লাগিব, যাৰে তাৰে ঘৰত বিয়া কৰিবলৈ তেওঁ নাৰাজ। তাৰোপৰি ছোৱালীজনী হব লাগিব ধুনীয়া, বৰণ হব লাগিব বগা, চুলিটাৰ হব লাগিব অন্ততঃ কৰঙনলৈকে পৰা, গাটো হব লাগিব পদুমৰ ঠাৰিৰ নিচিনা গোটা আৰু পাতল, আৰু খোজ দিব জানিব লাগিব আৰিকুজীয়া ভাব এৰি একেবাৰে সৰলৰেখাৰ দৰে পোন হৈ। কালিদাসৰ মতে উঠলি উঠা বুকুৰ ভৰত আগলৈ অলপ হাউলি খোজ দিয়াটোত হে তিৰোতাৰ সৌন্দৰ্য্য, কিন্তু এই মত গকুলে একোপধ্যেই সমৰ্থন নকৰে।

ডাঙৰ মানুহৰ ঘৰৰ দুই-এজনী ছোৱালীও যে গকুললৈ যচা নাই এনে নহয়। মাধৱচন্দ্ৰ ৰাজখোৱাৰ জীয়েকক বিয়া কৰাবলৈ তেওঁক কেইবা জোৰা মানুহেও আহি ধৰিছিল। ইংৰাজ গৱৰ্ণমেণ্টৰ তলত সুখ্যাতিৰে দায়িত্বপূৰ্ণ কাম কৰি ৰায় বাহাদুৰ খিতাপ লৈ কামৰপৰা অৱসৰ গ্ৰহণ কৰি বছৰচেৰেক পেঞ্চন ভোগ কৰাৰ পিছত ৰাজখোৱা হঠাৎকাৰে এদিন হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ ঢুকাল, আৰু বি-এ ফেইল কৰি ঘৰতে বহি থকা মুমলীয়া জীয়েকক বিয়া নিদিয়াকৈ থৈ গল। ৰাজখোৱা জীয়াই থকা হলে বৰলা গকুললৈ তেওঁৰ আদৰৰ জীয়েকক

কেতিয়াও নেযাচিলেহেতেন। কিন্তু এতিয়া ইভাৰ একমাত্ৰ তদাৰক কৰোঁতা হল ককায়েক যাদৱচন্দ্ৰ ৰাজখোৱা। তেওঁৰ নিজৰে তিনি-জনী ছোৱালী, বৰজনী নন্দিতাই আই-এ পঢ়ে, চেগ চাই মন-খোৱা কলেজীয়া ডেকালৈ মৰম বিলায়, হাঁহিব লগীয়া কথাত তো হাঁহেই, হাঁহিব নলগীয়া কথাতো হাঁহে, আৰু সহ-অভিনয়ৰ গোন্ধ পালে তাৰ নায়িকা হবলৈ আগ বাঢ়ি ওলায়। গকুললৈ বিয়া দি ইভাৰ লেঠা মাৰি যাদৱ ৰাজখোৱাই নন্দিতাৰ কাৰণে ভাল চাই দৰা এটা বিচাৰিবলৈ বাট পৰিষ্কাৰ কৰি লব খোজে।

গকুল অচল-অটল। মাধৱ ৰাজখোৱাৰ জীয়েকক তেওঁ কেতিয়াও বিয়া নকৰায়, ডাঙৰ মানুহৰ জীয়েক বুলিয়েই নকৰায়। তেওঁৰ প্ৰমীলালৈ মনত পৰি যায়, মনত পৰি যায় প্ৰমীলাৰ উপদ্ৰৱলৈ, প্ৰমীলাৰ আজলমঠালিলৈ, প্ৰমীলাৰ অবিবেচনাবোৰলৈ, প্ৰমীলাৰ উচ্ছৃঙ্খলতাবিলাকলৈ। বিয়াৰ পিছত প্ৰথম বাৰ যেতিয়া শহুৰেক গকুলৰ ঘৰলৈ আহিল তেতিয়ায় প্ৰমীলাই তেওঁক কম জ্বালাতন কৰিলে নে? প্ৰমীলাৰ দেউতাক নহয় যেনিবা কোনোবা ৰজা-মহাৰজা হে আহিল। দেউতাক আহিব বুলি দহ দিনমানৰ আগতে চিঠি পাই প্ৰমীলাই গকুলক ধৰিলে ঘৰটোত চূণ দিয়াব লাগে, বেৰৰ বাটাম আৰু দুৱাৰ-খিৰিকীবিলাকৰ কাঠত দিয়াব লাগে ৰং, আৰু পৰ্দ্দাবিলাক সলাব লাগে। সেই মতেই কাম হল, আৰু প্ৰমীলাই নিজে দোকানলৈ গৈ পচন্দ কৰি অনা ডাঠ ৰঙা পৰ্দ্দাৰে ঘৰটো নতুন যেন হৈ চিক্‌মিকাই উঠিল।

প্ৰমীলাৰ দেউতাকৰ কাৰণে কোঠা এটা আজৰাই ঠিক কৰা হল। ঘৰত তেওঁ শোৱা কোঠাটোৰ সৰহ ভাগ ঠাই জুৰি এখন দামী কাৰ্পেট। ইয়াতো প্ৰমীলাৰ দিহা মতে কাৰ্পেট এখন কিনি আনি কোঠাটোত পাৰি দিয়া হল। বেৰৰ দাঁতিত দিব লগা হল এখন সৰু টেবুল আৰু তাৰ লগত মিলাই এখন চকী। বিছনাখনৰ মূৰৰ ফালে দিব লগা হল এখন মিহি টিপয় আৰু তাৰ ওপৰত এটা নিমজ

ছাইদানী। প্ৰমীলাই কলে দেউতাকে ওপৰৰপৰা ওলমি থকা লাইটত পঢ়া-শুনা কৰিবলৈ বা চিঠি-পত্ৰ লিখিবলৈ টান পাব, গতিকে এটা টেবুল-লাইট নহলে নহব। টেবুল-লাইট আহি টেবুলৰ ওপৰত অধিষ্ঠিত হল। দেউতাকে কোঠাটোত আৰাম কৰি বহিবলৈ প্ৰমীলাই এখন আৰামী চকী বিচাৰিলে। তথাস্তু বুলি গকুলে আৰামী চকী এখন কিনি আনি এপিনে বেৰত লগাই খাজ খুৱাই দিলেহি।

ইমানতো প্ৰমীলা ক্ষান্ত নহল। ঘাই কথাটোকে পাহৰি আছে বুলি প্ৰমীলাই গকুলক কলে ভাল ৰান্ধনি এটা যোগাৰ কৰিবলৈ, দেউতাকে কুশৰামে ৰন্ধা খাবলৈ হলে তেওঁৰ খোৱা-নোখোৱা সমান হব। ঘৰত তেওঁৰ এটা খানচামা আৰু এটা ৰান্ধনি, দুয়োটাই কামত পাকৈত। খানচামাটোৱে ইংৰাজী ধৰণৰ ৰান্ধে আৰু ৰান্ধনিটোৱে দেশী ধৰণৰ ৰান্ধে। ৰাতি নহলেও দিনৰ সাজ দেউতাকে দুয়ো ধৰণৰ ৰন্ধা খায়, অৰ্থাৎ "চুপ আৰু ৰোস্টেৰে" আৰম্ভ কৰি ভাত-দাইল আৰু মাছৰ টেঙা আঞ্জা মাজতে খাই পুডিং বা পায়সেৰে শেষ কৰে। কেতিয়াবা-কাচিৎ হে ইয়াৰ ব্যতিক্ৰম হয়।

গকুলৰ আমনি লাগি গৈছিল। তেওঁ এইবাৰ প্ৰমীলাক খাটাংকৈ কৈ দিলে দেউতাক আহিব বুলিয়েই তেওঁ নতুনকৈ ৰান্ধনি লব নোৱাৰে। তেওঁলোকে কুশৰামৰ ৰন্ধা খাব পাৰিছে যেতিয়া দেউ-তাকেও খাব পাৰিব, কুশৰামে তো বেয়া নাৰান্ধে। তদুপৰি এখন দুখন পদ প্ৰমীলায়ে দেউতাকক ৰান্ধি দিব পাৰিব। প্ৰমীলা উচাট মাৰি উঠিল, "লবই লাগিব ভাল ৰান্ধনি এটা, নললে কেনেকৈ হব ?"

"এতিয়া যেনেকৈ হৈছে তেনেকৈয়ে হব। মই ৰান্ধনি লব নোৱাৰোঁ, নলওঁ।"

"একেবাৰে নললে দেউতা থকা কেইদিনৰ কাৰণেই লক।"

"নাই, নলওঁ। দেউতাৰা থকা কেইদিনৰ কাৰণেও নলওঁ।"

প্ৰমীলাৰ মাতত কৰ্কশতা ভালকৈয়ে প্ৰকাশ পালে, "ৰান্ধনি এটাকে লব নোৱাৰে, মোক বিয়া কৰাইছিল কিয় ?"

"তুমিয়েই বা মোক বিয়া কৰাইছিলা কিয় ? তুমি জানো জনা নাছিলা মই কলেজৰ লৰা-পঢ়োৱা এটা দুখীয়া শিক্ষক। মই দুখীয়া মানুহ, দুখীয়া ধৰণেৰে থাকিব লাগিব, ফিতাহিৰ ওচৰেদি যাবলৈও যে মোৰ সামৰ্থ্য নাই। বৰ ভুল হল মই তোমাক বিয়া কৰোৱাটো আৰু তুমিও মোক বিয়া কৰোৱাটো।"

"ইমান ভুল হল যদি মোক ঘৰলৈকে আকৌ পঠাই নিদিয়ে কিয় ?"

"তোমাৰ ইচ্ছা হলে যাব পাৰাঁ, মই আটক নকৰোঁ। এনেকৈ মোক অমুৰি কৰি থাকিলে মই পঠাই নিদি নো কি কৰিম ?"

কথাষাৰ গকুলৰ মুখৰপৰা ওলাবলৈ হে পালে, "অ', মোক ঘৰলৈ পঠাই দিব খুজিছে ঐ। মইনো কি জগৰ লগোৱা কথাষাৰ কলোঁ ? ভাল ৰান্ধনি এটা নললে দেউতাই নো ইয়াত ভাত কিটাকে সুখেৰে খাব কেনেকৈ ? মোক বিয়া কৰি বোলে বৰ ভুল কৰিলে। মই নো ক'ত মৰোঁগৈ ঐ, ক'ত মৰোঁগৈ ?" বুলি হুৰাওৰাৰে কান্দি গাৰ চাদৰখন আৰু ব্লাউজটো ছিৰাছিৰ কৰি ফালি বাউলীজনী হৈ পৰিল।

গকুলে প্ৰমাদ গণিলে আৰু লেউসেউ নহৈ নোৱাৰিলে। তেওঁৰ খাটাং কথা নৰজিল।

৩

গকুলে যেনে বিচাৰিছিল তেনে দুখীয়া মানুহৰ ছোৱালী এজনীকে শেষত পালে। মানুহঘৰ দুখীয়া হলেও নাম-গোত্ৰ নোহোৱা নহয়। গাৱঁত ঘৰ, ঘৰো কাঠ-বাঁহৰ, মাটিৰ ভেটি, খেৰৰ ছাল। গাৱঁৰ আন ভালেমান মানুহতকৈ যে সম্ভ্ৰান্ত তাক বুজাবলৈ টুপ দিয়া গোঁসাই-ঘৰ এটাও আছে। ছোৱালীজনীৰ নাম ৰূপালীপ্ৰভা। নামটোৰ ধৰণটো

তাহানিখনীয়া, প্ৰভা বাদ দি ৰূপালী ৰাখিলেই নামটো আধুনিক হৈ পৰিব। গকুলে মাতিব ৰূপা বুলি।

মাইনৰ পৰীক্ষা পাছ কৰাৰ পিছত ৰূপালীয়ে গাৱঁতে লৰাৰ হাই-স্কুলত দুশ্ৰেণীমান পঢ়িছিল, পিছে দেউতাক মৰাৰ পিছত ককায়েকে আৰু পঢ়িবলৈ নিদিলে। ছোৱালীজনী চোকা, পঢ়িলে অনায়াসেই মেট্ৰিকুলেছন পাছ কৰিব পাৰিব বুলি হেডমাষ্টৰে কলে। বিয়াৰ পিছত গকুলে স্কুলত নাম লগাই দি পঢ়ালে ভাল হব। কিন্তু গকুলে ঠিক কৰিলে ৰূপালীক স্কুলত নাম লগাই নিদিয়ে, পৰীক্ষা পাছ কৰিবৰ একো দৰকাৰ নাই। জ্ঞান অৰ্জ্জন কৰা অৱশ্যে ভাল কথা আৰু ৰূপালীৰ জ্ঞান অৰ্জ্জন কৰাৰ ইচ্ছা আছে যদি ঘৰতে পঢ়িব পাৰিব। যি লাগে কিতাপ-পত্ৰ আৰু উপদেশ-উদগণি দি গকুল সহায় কৰিবলৈ ৰাজী। পঢ়াতকৈও ঘৰখন নিয়াৰিকৈ চলোৱা হে ৰূপালীৰ কাম হব, কাৰণ গকুলৰ বিশ্বাস ঘৈণীজনীৰ হাতৰ পৰশৰ সুষমাৰে সুৰভিত নহলে ঘৰ কেতিয়াও শ্ৰীমণ্ডিত নহয়।

বিয়া হৈ গল। সুৱদি সোতৰ বছৰে দৰদী বত্ৰিশ বছৰক ছাটি ধৰিলে। ইংৰাজীৰ শিক্ষক গকুল, চেক্সপীয়েৰ পঢ়ি আৰু পঢ়াই ভাল পায়। তেওঁৰ এনে লাগিল জুলিয়েট, ডেচ্‌ডিমনা, মিৰাণ্ডা, পৰ্চীয়া এফালে আৰু ৰূপালী অকলে এফালে। ৱৰ্ডচৱৰ্থৰ কবিতা এফাকিও তেওঁৰ মনত পৰিল। আকাশত যেতিয়া এটি মাত্ৰ তৰা জিলিকি থাকে সেই অকলশৰীয়া তৰাটিৰ দৰেই ৰূপালী লাৱণ্যময়ী। গভীৰ অৰণ্যত মানুহৰ চকুৰ আঁৰত জাতিষ্কাৰ হৈ ফুলি থকা আতোল-তোল ফুলপাহিৰ দৰে কৰ আওহতীয়া গাৱঁত এনে এটি সৰগৰ অপেশ্বৰী আপোনাতে আপুনি বিভোল হৈ তেওঁলৈ বাট চাই লুকাই আছিল। গকুলে ভাবিলে, তন্ময় হৈ ভাবিলে, আৰু জীৱনত এক নতুন সোৱাদ, নতুন উদ্দীপনা অনুভৱ কৰিলে।

ৰূপালীয়ে সাধাৰণ ভাৱে ভাত-পানী ৰান্ধিব জানে, আৰু এদিন মনৰ ফুৰ্ত্তিতে কুশৰামক ৰান্ধিবলৈ নিদি ৰূপালীয়ে নিজেই ৰান্ধিলে।

বৰ আগ্ৰহেৰে ৰূপালীয়ে গকুলক তেওঁৰ ৰান্ধোন খাবলৈ দিলে আৰু গকুলেও বৰ আগ্ৰহেৰেই খাবলৈ ললে। "প্ৰিয়াৰ হাতৰ সকলো মিঠা" বুলি কোনোবা এজন কবিয়ে কৈ গৈছে। কিন্তু তথাপিও গকুলে গকুল-প্ৰিয়াই ৰান্ধি আথে-বেথে পৰিপাটিকৈ সজাই দিয়া ভাত আৰু ব্যঞ্জনখিনি মিঠা নাপালে। কুশৰামে যে ইয়াতকৈ বহুত ভাল ৰান্ধে! ৰূপালীয়ে নোসোধা হলেই ভাল আছিল, কিন্তু ৰূপালীয়ে সুধিলে, "ৰন্ধা কেনে হৈছে?"

এই প্ৰশ্নৰ গকুলে এতিয়া কি উত্তৰ দিব? কিন্তু ৰূপালীয়ে সুধিছে যেতিয়া উত্তৰ নিদিলে তো নহব, দিবই লাগিব। তেওঁ উত্তৰ দিলে আৰু সেই উত্তৰত তেওঁ যে ৰূপালীৰ মনত আঘাত দিব নোখোজে সিও বঢ়িয়াকৈ প্ৰকাশ পালে, "ভালেই হৈছে, কিন্তু আৰু ভাল হব লাগিব। আমি নিজে খালেই তো নহব। মোৰ বন্ধু-বান্ধৱক মাতি তোমাৰ ৰন্ধা খুৱাব লাগিব নহয়! তেওঁলোকক দেখুৱাব লাগিব তুমি কিমান ভাল ৰান্ধা। মই চিনি পোৱা এটা ভাল খানচামা আছে, মই তাক এমাহমান আনি ৰাখিম, তুমি তাৰ-পৰা খৰচি মাৰি শিকি লবা। ৰন্ধা-বঢ়াৰ কিতাপ এখনো আনি দিম, তুমি তাৰপৰাও বহুত শিকিব পাৰিবা।" সেই মতেই কাম হল আৰু অলপ দিনৰ ভিতৰতে চোকাবুধীয়া ৰূপালীয়ে বহুতখিনি আয়ত্ব কৰি পেলালে।

গকুলে আগৰেপৰা টেবুলত ভাত খায়। ৰূপালীক টেবুলত খাবলৈ কলত ৰূপালীয়ে আপত্তি কৰিলে, "মই মাটিত পীৰা পাৰি বহিয়েই খাওঁচোন, মোৰ টেবুলত খাবলৈ ভাল নেলাগে।" মজিয়াতে সেই দৰেই ৰূপালীয়ে খালে, গকুলে খাই উঠাৰ পিছত গকুলে খোৱা কাঁহীবাটিযোৰকে মাটিলৈ নমাই তাতে কুশৰামে বাঢ়ি দিয়া ভাত-আঞ্জা-তৰকাৰী-ভাজি লৈ। কিছু দিন এনেকৈ চলিল। পিছত টেবুলত খোৱাৰ আপত্তি লাহে লাহে ৰূপালীৰ কমি টেবুলত খোৱাৰ অভিনৱত্বৰ উপলব্ধি মনত জাগি উঠিলত ৰূপালীয়ে গকুলৰ মুখামুখিকৈ

বহি টেবুলত খাবলৈ ললে। প্ৰথম দিনা টেবুলত খাওঁতে তেওঁৰ অনুৰোধৰ কাৰণেই খাইছেহি বুলি গকুলৰ ইমান ভাল লাগি গল যে পোনৰ ভাত গৰাহ সানি ৰূপালীক নিজ হাতে আধাখিনি খুৱাই দি বাকী আধাখিনি তেওঁ খালে। ৰূপালীয়ে আগতে বুজিছিল, এতিয়া আকৌ বুজিলে গাওঁ আৰু নগৰ একে নহয়।

মনৰ হৰিষত, আনন্দৰ উত্ৰাৱলত, মধুৰ মিলনৰ উন্মাদনাত সোণালী সপোনৰ কুহকেৰে ভৰা ছমাহ পাৰ হৈ গল। গকুলৰ মনত হল, ছমাহ নহয় ছদিন।

৪

গকুলে ৰূপালীক বন্ধু-বান্ধৱৰ ঘৰলৈ নিলে, দোকানে দোকানে ঘূৰি ইটো সিটো কিনিলে, দুয়ো চিনেমা চাই মধুপুৰী ৰেস্তৰাঁত সোমাই চাহ-মিঠাই খালে আৰু গুৱাহাটীৰ চাব লগীয়া ঠাইবোৰ—আজি কামাখ্যা, কাইলৈ উমানন্দ, পৰহিলৈ বশিষ্ঠাশ্ৰম, চৌঠাদিনালৈ উত্তৰ গুৱাহাটী কৰি চালে।

তেওঁলোক দুয়ো বন্ধু-বান্ধৱৰ ঘৰলৈ গল আৰু বন্ধু-বান্ধৱো তেওঁলোকৰ ঘৰলৈ আহিল। ডঙুৱাবিলাক আহিল অকলে নিজে সাজি-পাৰি আৰু বিয়া-কৰোৱাবিলাক আহিল ঘৈণীয়েকৰ সৈতে ঘৈণীয়েকহঁতক সজাই-পৰাই। আদৰ-আপ্যায়নৰ ক'তো একো ত্ৰুটি নহল। বন্ধুবান্ধৱবিলাকৰ কথাৰ ধৰণ-কৰণে আৰু তেওঁলোকৰ পত্নীসকলৰ মুখৰ ৰং-ৰহণ আৰু সাজ-পোচাকৰ সমাৰোহে গোটেই পৰিবেশ সমুজ্জল কৰি তুলিলে। ৰূপালীয়ে দেখিলে যিমান তাতকৈ মন কৰিলে বেছি।

ঘৰতে বা বাহিৰতে ৰিহা-মেখেলা সদায় পিন্ধিবলৈ ৰূপালীৰ ভাল নলগা হল। সেউতী যে সিদিনা আহিছিল ফুটফুটীয়া নীল শাৰীখন পিন্ধি, কিমান ধুনীয়া হৈছিল দেখিবলৈ। আঁউসীৰ আন্ধাৰৰ নিচিনা কলা ৰঙৰ জৰ্জেটৰ শাৰীখনে কিৰণক যে কিমান শুৱাইছিল।

কিমান ৰঙৰ কিমান ধৰণৰ যে শাৰী! পিন্ধাৰ কথাই নাই, চুই থাকিবলৈকে যে কিমান ভাল লাগে। ৰূপালীয়ে গকুলক কলে, শাৰী পিন্ধিব, ৰিহা-মেখেলা নো আৰু কিমান পিন্ধিব? কথাষাৰ শুনি গকুল অপদস্থ হোৱা যেন হল। তেওঁ শুনিবলৈ আশা নকৰা কথা এষাৰ শুনিলে। তেওঁ কলে, "শাৰী যে পিন্ধিব খুজিছাঁ, ৰিহা-মেখেলাই নো কি জগৰ লগালে?"

"জগৰ লগোৱা হলে একেবাৰে বাদকে দিলোঁহেতেন। জগৰ লগোৱা নাই দেখি ৰিহা-মেখেলা বাদ দিব খোজা নাই, মাজে মাজে শাৰী পিন্ধিব খুজিছোঁ মাথোন। দোকানত কিমান যে ধুনীয়া ধুনীয়া শাৰীবিলাক আছে। শাৰীৰ নিচিনা চকুত চমক লগোৱা ৰং-বেৰঙৰ ৰিহা-মেখেলা পাব জানো?"

"শাৰীৰ নিচিনা চকুত চমক লগোৱা ৰিহা-মেখেলা নোপোৱা যদি শাৰীকে কিনি আনি কাটি মেখেলা-চাদৰ কৰি পিন্ধা। জাতো নেযায়, মানো থাকিব।"

"জাত-মান ৰিহা-মেখেলাযোৰতে ৰৈছে গৈ নেকি? শাৰী কাটি মেখেলা-চাদৰ কৰি পিন্ধিম কিয়? নেকাটিলেই যেতিয়া হয় কটাৰ দৰকাৰ কি? শাৰী পিন্ধিলেও মই আপোনাৰ ৰূপা, ৰিহা-মেখেলা পিন্ধিলেও মই আপোনাৰ ৰূপা, হাড়ে-হিমজুয়ে অসমীয়া জীয়াৰী।"

গকুলে আৰু তৰ্ক কৰিবলৈ বল নাপালে। ৰূপালীৰ পচন্দ মতেই কেইবা ৰঙৰো আৰু কেইবা বিধৰো কেইবাখনো শাৰী কিনা হল আৰু ৰূপালীয়ে শাৰী কেইখন এখন এখনকৈ পিন্ধি দাপোনত ঘূৰি-পকি নিজকে নিজে চাই মুগ্ধ হৈ গল। শাৰী কেইখন কাটি মেখেলা-চাদৰ কৰি পিন্ধা হলে ৰূপালী দেখিবলৈ ইমান ধুনীয়া হলহেতেন নে? হলহেতেন। কিয় নহলহেতেন? যিহকে যেনেকৈয়ে পিন্ধক, ৰূপালীক তাতে ৰূপহী দেখা গলহেতেন।

এদিন আবেলি। চোকা ৰঙা ৰঙৰ চিল্কৰ ফুলাম শাৰী এখন আৰু তাৰ লগত মিলাই ব্লাউজ এটা পিন্ধি ৰূপালীয়ে গালত ৰুজ

আৰু ওঁঠত লিপষ্টিক ঘঁহি, চকুত কাজল সানি, চেলাউৰি কলা পেঞ্চিলেৰে আঁকি আৰু ভৰিত আলতা লগাই বিছনাখনৰ ওচৰতে কোমলকৈ কুচন-পৰা বেত চকী এখনত অলপ পৰ বহি ৰল। তাৰ পিছত কিবা এটা মনত পৰাৰ দৰে ঘপ্ কৰে উঠি ৰূপালী ড্ৰয়িং ৰুম পালেগৈ। তাত কিতাপৰ সৰু আলমাৰি এটাৰ ওপৰত আয়নাৰে বন্ধোৱা “মনালিছা” ছবি এখন আছিল। ৰূপালীয়ে এবেগতীয়া সেই ছবিখন হাতত তুলি ললে, লৈ আকৌ শোৱনী কোঠা পালেহি।

গকুলে লিওনাৰ্ড দ্য ভিন্সিৰ অপূৰ্ব্ব সৃষ্টি মনালিছা ছবিখনৰ বিশেষত্বৰ বিষয়ে আগতে ৰূপালীক কৈছিল। ৰূপালীয়ে চকীখন দাপোনখনৰপৰা চাৰি হাতমান দূৰলৈ টানি আনি তাতে আলসুৱাকৈ বহি দাপোনখনলৈ চাই চাই মনালিছাৰ বুজিব-নোৱাৰা-বুজাব-নোৱাৰা মনোমুগ্ধকৰ হাঁহিটো হাঁহিবলৈ যত্ন কৰিলে। ওঁঠ দুটা পাতলকৈ একেলগ কৰি ৰূপালী অলপ ৰয় আৰু লাহেকৈ ওঁঠ দুটা নিলগোৱা যেন কৰি তাত মনালিছাৰ সেই হাঁহিটো ফুটাই তুলিব খোজে। অমৰ শিল্পীৰ অমৰ তুলিকাই অমৰ কৰি তোলা সেই অনুপম হাঁহিটো হাঁহি অৰ্থাৎ হাঁহিছে বুলি ভাবি ৰূপালীয়ে চকীখনত আৰাম লগাকৈ বহি দাপোনখনলৈ চাই ৰল।

এনেতে গকুল সোমাই আহিল। তেওঁ কলেজৰপৰা ঘৰ পাই-ছিলহি। গকুলক দেখিয়েই ৰূপালীয়ে কলে, “এতিয়া মই মনা-লিছাৰ হাঁহিটো হাঁহি আছিলোঁ। চাব নে কি?” গকুলে একো কবলৈ নৌ পাওঁতেই ৰূপালীয়ে “এয়া চক” বুলি কোৱাত তেওঁ চালে। ৰূপালীয়ে মনালিছাৰ হাঁহি সামৰি তেওঁক সুধিলে, “কেনে দেখিলে?”

“একো ভাল নেদেখিলোঁ।”

“কেলেই?”

“মনালিছাৰ হাঁহি হোৱা নাই দেখি।”

“কাৰ হাঁহি হৈছে তেনেহলে?”

"তোমাৰ হাঁহি।"

ৰূপালীয়ে একো নামাতি আগৰ দৰেই বহি ৰল। গকুল অলপ আচৰিতেই হল। আন দিনা চকীত বহি থাকিলেও তেওঁ অহা মাত্ৰকে ৰূপালীয়ে বহাৰপৰা উঠে আৰু গকুল আৰামী চকীখনত দীঘল দি বহিলে জোতাৰ ফিটা খুলি দিয়ে। ৰূপালী বহি ৰলত গকুলে নিজেই জোতাৰ ফিটা খুলি জোতাযোৰ সোলোকাই থোৱা ঠাইত থৈ চটীযোৰ পিন্ধি আকৌ চকীখনত বহি কুশৰামক চাহ আনিবলৈ কলে।

ৰূপালীয়ে সুধিলে, "মই আজি কেনে নিখুতকৈ সাজ-পাৰ কৰিছোঁ মন কৰিছে নে? মোক বাৰু ফিল্ম-ষ্টাৰ যেন লগা নাই নে?"

"লাগিছে।"

"বাৰু, আপুনি ফিল্ম-ষ্টাৰবিলাকৰ ভিতৰত আটাইতকৈ কাক ভাল দেখে?"

"মই কাকো ভাল নেদেখোঁ।"

"তেনেহলে নিশ্চয় আপুনি মোক বৰ ভাল দেখে। আজি কেনে দেখিছে?"

"বেয়া দেখিছোঁ।"

"কেলেই?"

"তুমি ইমানকৈ গালে-মুখে ৰং লগাইছাঁ দেখি। গাল-মুখৰ খহটা-বোৰ আৰু চিৰলা-চিৰিলি আঁকবোৰ লুকাবলৈ ৰং সনাৰ মানে থাকিব পাৰে, কিন্তু আঁকৰ আঁটোও নপৰা কোমল-মিহি গালত ৰং লিপাৰ একো অৰ্থ নাই। তুমি ৰং-ৰহণ নসনাকৈ থাকিলে হে মই তোমাক বেছি ভাল দেখোঁ।"

জাৰে লিংলিঙাইছে। শেহ কাতিৰ গধূলিৰ পাতল জাৰ! ৰূপালীয়ে বিছনাখনতে দীঘল দি নতুনকৈ ওলোৱা উপন্যাস এখন পঢ়ি আছিল। কিতাপ-পত্ৰ ৰূপালীয়ে পঢ়ে, নাটক পঢ়ে, উপন্যাস পঢ়ে, কবিতা পঢ়ে, আৰু পঢ়ে ফিল্ম সম্বন্ধীয় কাকত-আলোচনী।

পঢ়া পাতটোৰ কোণটো একাঙুলমান তিনিকুণীয়াকৈ মোকোটাই কিতাপখন জপাই থৈ ৰূপালীয়ে সাউৎকৰে বিছনাখনত বহি খুড়ুৱীক মাতিলে, "খুড়ুৱী, এই পিনে আহ।" প্ৰমীলা জীয়াই থাকোঁতেই মোহনৰ লগত প্ৰমীলাই আলচ কৰা মতেই খুড়ুৱীৰ বিয়া হৈ গৈছিল। প্ৰমীলাক ধৰা দৰে ৰূপালীৰো আল-পৈচান খুড়ুৱীয়ে ধৰিছিল, কিন্তু সদায় নহলেও মাজে-সময়ে এটা বিৰক্তিৰ ভাব তাইৰ কামত প্ৰকাশি উঠিছিল।

খুড়ুৱী আহিলত ৰূপালীয়ে কোমল মুখখন কঠিন কৰি গম্ভীৰ হৈ কলে, "মোক আজি এতিয়ালৈকে ভৰি ধুৱাই দিয়া নাই কিয়? যা, গৰম পানী এচৰীয়া আনি ভৰি ধুৱাই দেহি।"

ৰূপালীৰ কথা শুনি খুড়ুৱীৰ মুখখনো কঠিন হৈ গল। 'তাই কলে, "মই যে ভৰি ধুৱাই দিব লাগে আপুনি নিজে ধুব নোৱাৰে নে? সদায় সদায় মই এনেকৈ ভৰি ধুৱাই থাকিব নোৱাৰোঁ।"

"মোক ভৰি ধুৱাই থাকিব নোৱাৰ? আগৰজনী আইদেৱেৰক পাৰিছিলি দেখোন।"

ৰূপালীয়ে যি ধৰণেৰে সুধিলে খুড়ুৱীয়েও সেই ধৰণেৰেই উত্তৰ দিলে, "পাৰিছিলোঁ তো! আগৰজনী আইদেউৰ হে সমান আপুনি? ক'ৰ আকাশৰ তৰা আৰু ক'ৰ কি? আইদেউক পাৰিছিলোঁ বুলিয়েই আপোনাকো যে পাৰিব লাগিব তাৰ কি মানে আছে?"

"কি কলি? তোৰ ইমান সাহ? মোৰ মুখে মুখে জবাব দিয়?"

এই বুলি ৰূপালীয়ে দিলে খুদুৰীক চুলিঘটা কেইবাৰমান। তাতো সন্তুষ্ট নহৈ ৰূপালীয়ে তাইৰ দুই গালত ঠাচ্‌ঠাচ্‌ কৰে দুচৰ লগাই দিলে। খুদুৰীয়ে উচাট মাৰি কান্দি কান্দি তাৰ পৰা গুচি গল।

ৰূপালীয়ে বিছনাখনত আকৌ দীঘল দি পৰি ৰল। ৰূপালীৰ দিন ভাল যে সেই সময়ত মোহন ঘৰত নাছিল, থকা হলে তাৰ হাত ৰূপালীৰ গাত উঠিবলৈ সৰহ পৰ নালাগিলহেতেন। সি কুৰুক্ষেত্ৰই কৰিলেহেতেন কিজানি! এইখন ঘৰলৈ অহাৰ আগতে সি যিখন ঘৰত আছিল তাৰ গিৰিহঁতক ঘোচা মাৰি নাকৰ তেজ উলিয়াই দিছিল তাৰ দোষকে দেখুৱাই তাৰ কাণখনত ধৰা বাবেই। মোহনে নিজতকৈও খুদুৰীক বেছি ভাল পায়। খুদুৰীয়ে ৰূপালীক ভৰি ধুৱাই দিয়াত তাৰে আপত্তি বেছি।

মোহন আহিলত খুদুৰীয়ে তাক সকলো কলে। শুনি সি খুদুৰীক হে খং কৰিলে, "মোক যে এতিয়া গোচৰ দিছহি ঠাচ্‌ঠাচ্‌কৈ সেইজনীক কেই চৰমান লগাই দিব নোৱাৰিলি? বল এতিয়াও, মই হাত দুখন তাইৰ ধৰি থাকিম, তই ভালকৈ চৰাই দিবি বল।" ৰাতিখন একো গণ্ডগোল কৰিব নালাগে বুলি খুদুৰীয়ে তাক হাতে-ভৰিয়ে ধৰি ৰাখিলে। সেই ৰাতি মোহন আৰু খুদুৰী কাৰো ভাত খোৱা নহল।

শুবলৈ গৈ অনেক পৰলৈকে সিহঁত উজাগৰে ৰল। মোহনে ঠিক কৰিলে ইয়াৰ পৰা যাবগৈ, ইয়াত নাথাকে। খুদুৰীয়ে কেৰঘেঁহালে। তাইৰ মনত পৰিল মৰাৰ আগতে প্ৰমীলাই তাইক দঢ়াই দঢ়াই কৈছিল গকুলক এৰি কলৈকো নাযাবলৈ। যেনে হে মানুহ, ভালকৈ চাওঁতা-মেলোঁতা কোনোবা নাথাকিলে বব দিগদাৰিত পৰিব; বিয়া কৰালে যিজনী বিয়া কৰাই আনিব সেইজনী বা কেনে হয় কোনে জানে? কিন্তু অনেক কৈও খুদুৰীয়ে মোহনৰ মন ঘূৰাব নোৱাৰিলে। সি কলে, সি যাব খুজিছে যেতিয়া যাবই, আৰু তাইকো লৈ যাব।

পুৱা মোহনে গকুলক জনালে যে সিহঁত তাত আৰু নাথাকে, দৰমহা যি পাবলগীয়া আছে আদায় কৰি যেন সিহঁতক বিদায় দিয়ে। গকুলে মোহনক চিনে আৰু এইটোও জানে যাবলৈ ওলাল যেতিয়া থাকিবলৈ কলেও সি আৰু নাথাকে, আৰু তেওঁো থাকিবলৈ নকয়। খুদুৰীৰ দৰমহা তো নায়েই। মোহনক এমাহৰ নে ডেৰমাহৰ দৰমহা দিবলগীয়া হল, আৰু গকুলে টকা দিবৰ কাৰণে দেৰাজৰ ছাবি বিচাৰিলে।

ভিতৰৰ পৰা ৰূপালীয়ে সকলো গম লৈ আছিল। টকা দিয়াৰ কথা ওলালত ঘপ্ কৰে ওলাই আহি ৰূপালীয়ে গিৰীয়েকক কলে, "কেলেই দিব তাক টকা? নিদিব। যাওঁ বুলিলেই যাব পাৰিব নে কি? পুলিচত নিদিম হবলা মই?"

ৰূপালীক আৰু কবলৈ নিদি মোহন গৰ্জ্জি উঠিল, "দেচোন চাওঁ, কোন পুলিচ বাপেৰক দিয়। বৰ পুলিচৰ ভয় দেখুৱাবলৈ আহিছে। পুলিচ তই হে চিনি পাৱ মই নেপাওঁ নে কি?"

গকুলে মাত লগালে, "তই মনে মনে থাক মোহন। যাব খুজিছ যেতিয়া যাহঁক। হোঁ, এয়া টকা ল।" গকুলে দেৰাজ খুলি মোহনক তিনিখন দহ টকীয়া নোট দি দিলে। টকা লৈ মোহন গম্ভীৰ হৈ আৰু খুদুৰীয়ে গকুলক সেৱা কৰি চকুপানী টুকি টুকি বিদায় ললে।

ৰূপালীৰ খং এইবাৰ গকুলৰ ওপৰত পৰিল। ৰূপালীয়ে টিক্‌চি-বিক্‌চি উঠি কলে, "দিলে নে, টকা-পইচা দি সিহঁতক বিদায় কৰি দিলে নে? সিহঁত গল, আপুনি তো ভালেই পালে, টকা বাচিল। আপুনি তো মোৰ অসুবিধাৰ কথা এবাৰো নেভাবিলে। খুদুৰী গল, মোক এতিয়া ভৰি ধুৱাই দিব কোনে, মোৰ ৰিহা-মেখেলা মেলি দিব কোনে, মোক ইখন-সিখন কৰি দিব কোনে?"

"তুমিয়েই কৰি লবা তোমাৰ এইবোৰ কাম।"

"কেলেই কৰিম মই? এজনী খুদুৰী গল, আন এজনী খুদুৰী আনক আপুনি। খুদুৰী এজনী আপুনি বিচাৰি আনিবই লাগিব।"

"বিচাৰিবলৈও নেযাওঁ, নানোওঁ।"

"তেনেহলে কৰিব আপুনিয়েই মোৰ এইবোৰ কাম। মই কৰিম কেলেই? এইবোৰ কামেই যদি কৰিব লাগিল আপোনাক বিয়া নকৰি গাৱঁৰ ডেকা-লৰা এটাকে বিয়া কৰিব পাৰিলোঁহেতেন। তেনে এটাক বিয়া কৰোৱা হলে মোক সি মূৰত তুলি ৰাখিলে-হেতেন।"

ৰূপালীৰ কথা শুনি জাৰৰ দিনতো গকুলৰ গা ঘামি গল।

৬

ৰূপালীৰ মাক সৰু পুতেকৰে সৈতে জীয়েক-জোঁৱায়েকৰ ঘৰলৈ আহিব বুলি খবৰ দিয়াত আহিবৰ দিনা গকুল আৰু ৰূপালী তেওঁলোকক আনিবলৈ ৰেল-ষ্টেছনলৈ গল। মাক-পুতেকক ৰেলৰ তৃতীয় শ্ৰেণীৰ কোঠা এটাৰ পৰা নমাই বাহিৰলৈ আনি গকুলে ৰিক্সা দুখন ঠিক কৰি তেওঁলোকক তাৰে এখনত উঠিবলৈ কলে, ইখনত গকুল আৰু ৰূপালী উঠিব। কোৱা মাত্ৰেই মাণিকে জাপ মাৰি ৰিক্সাত উঠিলেই, তাৰ ইমান ফুৰ্ত্তি। কিন্তু মাক নুঠিল। মাকে কলে, "নাই, নুঠোঁ মই এইখনত।"

গকুলে সুধিলে, "কেলেই?"

"মানুহে টানি নিয়া সেইখনত উঠোঁ কেনেকৈ?"

"উঠক আই, একো নহয়। আপোনাৰ নিচিনা বুঢ়ী মানুহ উঠিলে তাৰ পুণ্য হে হব।"

"তাৰ পুণ্য হলেও মোৰ পাপ হব। সেইখনত উঠিব নোৱাৰোঁ।"

ৰূপালীয়েও কলে মাকক ৰিক্সাত উঠিবলৈ, মাণিকেও কলে। ৰিক্সাখন এনেকৈ ৰাখি থোৱা বাবে সি অলপ অস্থিৰেই হৈ পৰিছিল। ৰিক্সাখনত বহি তাৰ ইমান ভাল লাগিছিল, চলিলে বা আৰু কিমান

ভাল লাগে। কিন্তু বুঢ়ী ৰিক্সাত উঠিবলৈ মান্তি নহল। তেওঁ কলে, "এইখনত উঠি নো যাব লাগিছে কিয়? মোৰ কিবা ভৰি নাই নে? খোজ কাঢ়িয়েই মই যাব পাৰিম। নামি আহ মাণিক, খোজ কাঢ়িয়েই যাওঁ আহ।" এই বুলি ৰূপালীৰ মাকে টোপোলাটো কাষত লৈ পুতেকক ৰং উঠি যোৱা সৰু টিনৰ বাকচটো লবলৈ কলে।

গকুলে কি কব কি কৰিব ভাবি থাকোঁতেই ৰূপালীয়ে গিৰীয়েকক কলে, "এনেকৈ ৰৈ থাকিলে হব নে এতিয়া? আপুনি ফাঁচী বজাৰৰপৰা টেক্সি এখনকে লৈ আহকগৈ। এইখন বোলে অসমৰ ৰাজধানী, কিবা বোলে নে অসমৰ বে-চৰকাৰী ৰাজধানী। ৰাজধানী হে হয়। ৰেল-ষ্টেছনত টেক্সি এখন পাবলৈ নাই। যক, ফাঁচী বজাৰৰপৰাই এখন আনকগৈ।"

অগত্যা ফাঁচী বজাৰৰপৰা টেক্সি এখন আনি তাতে তিনিওকো তুলি আৰু নিজেও উঠি গকুল ঘৰ পালেহি। ৰূপালীক আজিকালি ঘৰটো সৰু যেন হে লাগে, অন্ততঃ এটামান কোঠা বঢ়াব লাগে বুলি মাজে-সময়ে ৰূপালীয়ে গকুলক কৈ থাকে, আৰু নিৰ্ম্মল বৰুৱাৰ ঘৰৰ দৰে ঘৰটোৰ টিনবিলাকত কলপতীয়া ৰং আৰু বেৰবিলাকত মাখন-বৰণীয়া ৰং দিলে দেখিবলৈ কেনে ধুনীয়া হব সেই কথা ভাবে। মাকে জীয়েক-জোঁৱায়েকৰ ঘৰ দেখি ৰং পালে, মাণিকেও। তেওঁ-লোকৰ ঘৰৰ তুলনাত কিমান আহল-বহল ঘৰ, ঘৰটোৰ চকী-মেজ আৰু খাট-পালেং কেইখন কিমান নিমজ আৰু নিকা। তামোলৰ পিকৰ দাগ যে নায়েই, চূণৰ দাগো কেনি কতো দেখিবলৈ নাই।

ৰূপালীৰ মাকে নিজ হাতে ভাত ৰান্ধি খাব খুজিছিল, পিছে কুলত কলিতা বুলি কোৱাত কুশৰামৰ হাতে খাবলৈ একো আপত্তি নকৰিলে। মাকৰ অনভ্যস্ত চকুত বৰ বিসদৃশ যেন লাগিব বুলি ৰূপালীয়ে গিৰীয়েকৰ লগত টেবুলত নাখাই মাক আৰু ভায়েকৰ লগত ৰান্ধনিঘৰতে মাটিত পীৰাত বহি খাবলৈ ললে। মাক থকা

কেইদিন কুকুৰা নানিবলৈ ৰূপালীয়ে কুশৰামক বুজাই কলে। আগতে যেনেকৈ আহে তেনেকৈয়ে কুকুৰা-কণী আহি থাকিল, আৰু খাচীয়া পাহাৰৰ পাতি-হাঁহৰ কণী বুলি মাকক বুজাই দিয়া গল। মাকে মাছৰ বাহিৰে কণী বা মঙহ একো নাখায়।

এদিন মাক আৰু ভায়েকক লৈ ৰূপালী চিনেমালৈ যাবলৈ ওলাল। বুঢ়ী মানুহে পিন্ধিলে বেয়া নেদেখা আৰু বেয়া নোবোলা ৰূপালীৰ উকা ৰিহা-মেখেলা এযোৰেৰে ৰূপালীয়ে মাকক সজালে আৰু গাত লবলৈ আগত গুণাৰ সৰু ফুল থকা কপাহী চাদৰ এখন দিলে। মাকে একো আপত্তি নকৰিলে, কিন্তু যেতিয়া মাকক ৰূপালীয়ে চেণ্ডেল শ্লিপাৰ এযোৰ আনি পিন্ধিবলৈ দিলে তেতিয়া মাকে আপত্তি নকৰি নোৱাৰিলে। মাকে কলে, "জোতা নিপিন্ধা-কৈয়ে জীৱনটো গল, এতিয়া তোৰ ঘৰলৈ অহা বাবেই পিন্ধিব লগা হল নে? নিপিন্ধো মই সেইযোৰ। তই বাবুৱনী হৱ, মেমনী হৱ, হৈ থাক, মোক আকৌ বহুৱা সাজিব খুজিছ কিয়?" ৰূপালীয়ে আৰু একো নকলে। মাকৰ কাপোৰ-কানিৰ লগত যিমান দূৰ পাৰে সামঞ্জস্য ৰাখি সেই দিনা ৰূপালীয়েও পখিলাটি নাসাজি অলপ গহীনকৈ সাজ-পাৰ কৰিলে আৰু মুখত ৰং-বহণ নিলিপি পাউদাৰ অকণমান মাথোন সানি খোপাত হালধীয়া ফুল এপাহ পিন্ধিলে।

আগতে কৈ থোৱা মতে নিৰ্ম্মল বৰুৱাই তেওঁৰ মটৰখন পঠাই দিছিল। তাতে উঠি ব্ৰহ্মপুত্ৰৰ পাৰেদি ঘূৰি তিনিও চিনেমা-ঘৰ পালেগৈ। মটৰখনৰ পৰা নমাই ৰূপালীয়ে মাকক মানুহৰ ভিৰৰ মাজেদি সৰকাই ওপৰ মহললৈ লৈ গল। চিৰিয়েদি বগাই ওপৰ পাই মাকে খুপি খুপি যাবলৈ ধৰিলে, ভয় জানোচা গোটেইখন তললৈ সৰি পৰে। বুঢ়ীয়ে সুধিলেই, "এনেকৈ ওপৰত যে এইখন তৰিছে সৰি পৰিবৰ ভয় নাই নে?" ৰূপালীয়ে লাহেকৈ "নাই" বুলি মাকক মনে মনে থাকিবলৈ কলে।

ৰূপালী পৰ্দ্দাত ডেকা-গাভৰু এহালে হাত ধৰাধৰি কৰি নচা

দেখি বুঢ়ীয়ে উস-আস কৰি নাক কোঁচাই কিখন চাবলৈ আহিল বুলি মনতে গুজৰি-গুমৰি থাকিল। কিন্তু গাভৰুৱে যেতিয়া বুকুৰ প্ৰায় আধাখিনিলৈকে আৰু ভৰিৰ কলাফুললৈকে উলিয়াই বননিত ডেকাৰ লগত দীঘল দি পৰি মুখেৰে হাঁহি আৰু চকুৰে হানি যৌৱনৰ অমিয়া মাধুৰী বৰষিবলৈ ধৰিলে তেতিয়া বুঢ়ীয়ে আৰু ধৈৰ্য্য ৰাখিব নোৱাৰিলে। মাকে জীয়েকক কলে, "এইখন কি চাবলৈ আনিলি অ' মোক ? বল বল যাওঁগৈ, বল উঠ।"

"ৰবা অলপমান। আচলখিনি ওলাবলৈকে আছে।"

ৰূপালীৰ মাকে কপালত হাত দিলে। এইখিনিয়েই আঁটিছে, আচলখিনি ওলালে আৰু হৈছে, বুঢ়ীৰ এনেটো ভাব। জিৰণিৰ লগে লগে বিজুলী-চাকি জলি উঠিলত বুঢ়ীৰ ইমান লাজ লাগিল যে বুঢ়ীয়ে ওৰণীখনকে দীঘলকৈ টানি ললে। মাকে তৎ নিদিয়াত ৰূপালীয়ে আধাখিনি নোচোৱাকৈয়ে ছবিখন এৰি গুচি আহিব লগাত পৰিল। বহা ঠাইৰপৰা মাকক আগত লৈ মানুহৰ মাজেদি বাহিৰলৈ ওলাই আহোঁতে ৰূপালীয়ে ইপিনে সিপিনে বৰকৈ নাচালে কোনোবা চিনাকি মানুহে মন কৰিছে বুলি।

৭

নিৰ্ম্মল বৰুৱাৰ ঘৰত ফ্ৰিজিদিয়াৰত থোৱা পানী খাই আহি ৰূপালীয়ে গকুলক কলে ফ্ৰিজিদিয়াৰ এটা লবলৈ। গকুলে কলে, "লব পাৰিলে তো ভালেই, কিন্তু লওঁ কেনেকৈ ? দাম কিমান জানা জানো ? মোৰ চাৰি মাহৰ দৰমহা।"

"চাৰি মাহৰ দৰমহা হয় ছমাহৰ হয় মই কি জানো? ফ্ৰিজি-দিয়াৰ এটা নললে তো নহব। এই গৰমত ঠাণ্ডা পানী এটোপা খোৱাৰ সুবিধা নহলে নো কেনেকৈ ?" গকুলৰ প্ৰমীলালৈ মনত পৰি গল। প্ৰমীলাৰ দেউতাকৰ ঘৰত এটা নহয় দুটাকৈ ফ্ৰিজি-

দিয়াৰ। খোজা হলে দেউতাকে এটা জীয়েকক দিয়েই দিলেহেতেন। পিছে প্ৰমীলাই দেউতাককো নুখুজিলে, তেওঁকো ফ্ৰিজিদিয়াৰ এটা লাগে বুলি আমনি কৰা হে নালাগে কোনো দিনে কথা এষাৰকে নকলে। গৰমৰ দিনত মাটি কলহৰ পানীকে প্ৰমীলাই পৰম তৃপ্তিৰে খালে। দেউতাকৰ ঘৰত ফ্ৰিজিদিয়াৰত থোৱা পানী খোৱাৰ অভ্যাস থাকিলেও সেই অভ্যাসে মাটি কলহৰ পানী খোৱাত তেওঁক অকণো হকা-বাধা কৰিব নোৱাৰিলে।

মনৰ ভাব মনতে ৰাখি গকুলে ৰূপালীক কলে, "ফ্ৰিজিদিয়াৰ যে লগা হল, মাটি কলহৰ পানী খাই নো কি বেয়া পালা? ফ্ৰিজি-দিয়াৰৰ পানীৰে হে পিয়াহ গুচে, মাটি কলহৰ পানীৰে নুগুচে নে কি?"

"পিয়াহ গুচিলেও হেঁপাহ নুগুচে। পিয়াহতকৈ হেঁপাহ গুচোৱাটো হে আচল কথা। ফ্ৰিজিদিয়াৰ এটা মোক লাগিবই।"

গকুল এইবাৰ টান হল। গকুলে কলে, "তুমি লাগিব বুলি কলেই হব নে? ফ্ৰিজিদিয়াৰ মই নলওঁ, লব নোৱাৰোঁ।"

ৰূপালীয়ে আঙুলিকেইটা লিৰিকি-বিদাৰি অলপ পৰ টলকা মাৰি থাকিল। তাৰ পিছত ছিলঙৰ ৱাৰ্ড লেকৰ ছবি থকা বেৰৰ কেলেণ্ডাৰখনলৈ চাই ৰূপালীয়ে কলে, "ফ্ৰিজিদিয়াৰ নিকিনে যদি নাই। কপালত মাটি কলহৰ মাটি মাটি গোন্ধোৱা পানী খোৱা লিখা আছে, তাক খণ্ডন কৰিব কোনে? কিন্তু গুৱাহাটীৰ এই দোপাত গৰম মোৰ অসহ্য—গৰমো গৰম সঁচাকৈয়ে আও গৰম। গৰমত মোৰ গাৰ ৰংটোও গোমোঠা হৈ গৈছে, দেখা নাই নে? বলক, ছিলঙতে এমাহমান থাকি আহোঁগৈ। আপোনাৰ কলেজো বন্ধ, আপত্তি কৰিবৰ বাট নাই।"

আপত্তি কৰিবৰ বাট নাই কিয়? আছে। ছিলঙত এমাহ থকাৰ খৰচৰ কথা তো ৰূপালীয়ে ভাবি চোৱা নাই। তেনে ভাব ৰূপালীৰ যে মনলৈকে নাহে, ৰূপালীয়ে আহিবলৈ নিদিয়ে।

ৰূপালীয়ে ভাবে টকাৰ চিন্তা গকুলৰ, আৰু কেতিয়া ক'ত কেনেকৈ থাকিব তাৰ চিন্তা ৰূপালীৰ। গকুলে টকা যেনেকৈ উলিয়ায় যৰ পৰা উলিয়ায় উলিয়াব, ৰূপালীয়ে সেই বিষয়ে মূৰ ঘমাবৰ দৰকাৰ কি?

গকুলে ভাবি পালে ফ্রিজিদিয়াৰ এটা লোৱাতকৈ ছিলঙত এমাহ-মান থাকি অহাই ভাল। তেৰোঁ থাকি আৰাম পাব আৰু বিশেষকৈ খৰচ হব ফ্রিজিদিয়াৰতকৈ বহুত কম। তেওঁ ছিলঙলৈ যোৱাটোকে ঠিক কৰিলে। এচেম্বলী হোষ্টেল এতিয়া খালী, গতিকে তাতে থাকিবলৈ স্থবিধা হব, আৰু নিজেই ৰান্ধি-বাঢ়ি খাব পাৰিব। তেওঁ ৰূপালীক লগতে কুকাৰটো, ষ্টোভটো আৰু ৰান্ধিব-বাঢ়িবৰ কাৰণে দুটামান চচপেন, দোযোৰমান থাল-বাটি আৰু পিৰিচ-পিয়লা লবলৈ কলে। তেওঁ পুৱা-গধূলি বজাৰ কৰি আনি দিব আৰু ৰূপালীয়ে ৰান্ধি-বাঢ়ি তেওঁকো খুৱাব নিজেও খাব। কাম-বন কৰি দিবলৈ খাচিয়ানী এজনী ছিলঙত পোৱা যাবই।

ৰূপালীয়ে গকুলৰ মতলবত চেচা পানী ঢালিলে। ৰূপালীয়ে কলে, "মই ছিলঙত ভাত ৰান্ধিমগৈ হে হয়! তাত গৈ যদি ভাতকে ৰান্ধিব লগা হল তেনেহলে ছিলঙলৈ যোৱাৰ সাৰ্থকতা থাকিল ক'ত? ৰন্ধা-বঢ়া মোৰ পৰা নহব। এচেম্বলী হোষ্টেলতে থাকিমো, এচেম্বলী হোষ্টেলৰ ৰন্ধাকে খামো।"

ছিলং পাই এচেম্বলী হোষ্টেলৰ নয়া ভবনতে গকুল আৰু ৰূপালী উঠিলগৈ। তাৰে কোঠা এটাত মাল-বস্তু ভৰাই গকুলে থানথিত লগাই থলে আৰু ৰূপালীয়ে ঘূৰি-পকি কোঠাটো চালে। পিছ ফালৰ খিৰিকীখনৰ তলেদি আলিটো এপিনে ৱাৰ্ড লেক আৰু আনপিনে এচেম্বলী হলৰ সমুখৰ মুকলি ঠাইডোখৰত লাগিছেগৈ যি-ডোখৰ ঠাই ছফালৰ পৰা অহা ছটা ৰাস্তাৰ সঙ্গমস্থল। খিৰিকীখনৰ ওচৰত থিয় দি বাহিৰলৈ চাই পঠালে দেখা যায় শাৰী শাৰী ঘৰৰ ওপৰেদি সেউজীয়া পাহাৰ আৰু নীলা আকাশৰ নয়নাভিৰাম দৃশ্য। ৰূপালীৰ আনন্দ লাগি গল। কিন্তু দিলবাহাদুৰে এচেম্বলী হোষ্টেলৰ

কেন্টীনৰ পৰা কোঠাত আনি সজাই দিয়া পুৱাৰ চাহ, ব্ৰেকফাষ্ট, দুপৰীয়াৰ লাঞ্চ, আবেলিৰ চাহ আৰু ৰাতিৰ ডিনাৰ তিনি দিনমান খাই ৰূপালী অতিষ্ঠ হৈ উঠিল। এইবোৰ নো কি খানা? দেশীও পূৰাকৈ নহয়, বিলাতীও পূৰাকৈ নহয়, দুয়োৰে সানমিহলি কিবাকিবিবোৰ দেখোন।

তদুপৰি কোন সময়ত যে চাহ আহে, কোন সময়ত যে লাঞ্চ আৰু ডিনাৰ আহে তাৰ একো স্থিৰতা নাই। বাৰ আৰু চাৰে-বাৰৰ ভিতৰতে লাঞ্চ দিবহি বুলি দিলবাহাদুৰে কৈ যায়, কিন্তু তাৰ কোৱাই হে সাৰ, ডেব-বজাৰ আগেয়ে লাঞ্চ নোলায়হি। ৰাতিৰ ডিনাৰো আঠ বজাত নাহি দহ বজাত একেবাৰে ঠাণ্ডা সেৰসেৰীয়া হৈ আহে। ঋন্ধাও যদি ভাল হলহেতেন। দিলবাহাদুৰে দিয়া আশ্বাসতে আৰু দুদিনমান গল। তাৰ পাছত দিলবাহাদুৰৰ দীঘল চেলাম আৰু মিঠা "মাইজী" সম্বোধনে ৰূপালীক ভুলাব নোৱাৰিলে। ৰূপালীয়ে ঠিক কৰিলে এনে অত্যাচাৰ সহি এচেম্বলী হোষ্টেলত আৰু নাথাকে, ছিলঙত আৰু যি কেইদিন থাকে পাইনউড হোটেলতে থাকিবগৈ।

দুয়ো গৈ পাইনউড হোটেলত খবৰ কৰিলত সমিধান পোৱা গল যে তাত এটা কোঠাও খালী নাই। যিবা এটা আছিল তাকো টেলিফোন কৰি নিৰ্ম্মল বৰুৱাই এমাহৰ কাৰণে ৰিজাৰ্ভ কৰিলে। কাইলৈ তেওঁ পাবহি। বিফলমনোৰথ হৈ ঘূৰি আহোঁতে গকুলে ৰূপালীক কলে, "ওচৰতে হেপী লজত থাকিলে কেনে? খোৱা-বোৱাত সুবিধাই হব।" কিন্তু ৰূপালী মান্তি নহল।

আন সময়ত হোৱা হলেও এক কথা। এতিয়া নিৰ্ম্মল বৰুৱা পাইনউড হোটেলত থাকোঁতে ৰূপালী হেপী লজৰ নিচিনা টিনত মামৰে ধৰা হোটেলত থাকে কেনেকৈ? তেওঁ যদি আহি দেখেহি! ৰূপালীয়ে তাতকৈ গুৱাহাটীলৈ গুচি অহাটোকে ভাল দেখিলে আৰু এই প্ৰস্তাৱ গকুলেও অন্তঃকৰণেৰে সৈতে সমৰ্থন কৰিলে।

ৰূপালীয়ে মাণিকক গুৱাহাটীলৈ আনি ডনবস্ক স্কুলত নাম লগাই দিছিলহি, পিছে সি বছেৰেকীয়া পৰীক্ষাত ভাল কৰিব নোৱাৰিলে। সিহঁতৰ শ্ৰেণীৰ যি কেইটা লৰাই প্ৰমোছন নাপালে তাৰ ভিতৰত তাৰে অৱস্থা আটাইতকৈ শোচনীয়, অৰ্থাৎ তাৰ দৰে কম নম্বৰ পাই কোনেও ফেইল কৰা নাই।

সি বায়েকৰ আগত গোচৰ দিলেহি। পৰীক্ষা তাৰ বোলে ভালেই হৈছিল, তাক অন্যায়কৈ হে প্ৰমোছন নিদিলে। তাতকৈ বেয়া লৰায়ো প্ৰমোছন পালে, সি নাপাব কিয়? ইয়াৰ এটা বিহিত ব্যৱস্থা বায়েকে কৰিব লাগিব। যদি তাকে বায়েকে কৰিব নোৱাৰে তেনেহলে সি ইয়াত আৰু নপঢ়ে, ইয়াৰ পৰা গুচি যাবগৈ। প্ৰমোছনকে যদি নাপালে তেনেহলে ইয়াত আৰু পঢ়াৰ দৰকাৰ কি? ঘৰলৈ ঘূৰি গৈ সি তাতে স্কুলৰ ওপৰ শ্ৰেণীত নাম লগাবগৈ। তাৰ গাৱঁৰ স্কুলে তাৰ মোল বুজে। তাৰ হেডমাষ্টৰো অসমীয়া, মৰমবেথা থকা মানুহ, কথা কলে ৰাখে। সেইটো স্কুলত পঢ়োঁতে সি এবছৰো প্ৰমোছন নোপোৱাকৈ থকা নাই।

ৰূপালীয়ে গকুলক ধৰিলে হেডমাষ্টৰক কৈ-মেলি ভায়েকক প্ৰমোছন দিয়াব লাগে। গকুল ৰাজী নহল। তেওঁ কলে, "প্ৰমোছন নেপালে যদি নেপালে মই আকৌ হেডমাষ্টৰক ধৰিমগৈ কিয় প্ৰমোছন দিবলৈ। এইটো শ্ৰেণীত হেডমাষ্টৰে দেখোন মাণিকক নাম লগাবই নুখুজিছিল তাৰ বিদ্যাৰ নমুনা দেখি। তোমাৰ কথা মতেই মই কৈ-মেলি তাৰ নাম লগাই দিয়ালোঁ, ঘৰত মাষ্টৰ এজনো ধৰি দিলোঁ, মাষ্টৰেও দিনে এঘণ্টাকৈ তাক পঢ়ালে, তথাপি সি অসমীয়া আৰু ভূগোলৰ বাহিৰে কোনো বিষয়তে ভাল কৰিব নোৱাৰিলে। মই খবৰ লৈছোঁ নহয়। তোমাৰ ভায়েৰা গাধা, মাষ্টৰে নো কৰিব

কি? মাষ্টৰে পঢ়াব হে পাৰে, গাধাক ঘোঁৰা কৰিব নোৱাৰে। তাক প্ৰমোছন দিবলৈ মই হেডমাষ্টৰক কব নোৱাৰোঁ।"

"কেলেই কব নোৱাৰিব আপুনি? আপুনি হেডমাষ্টৰক কবই লাগিব আৰু তেওঁক ধৰি-মেলি মাণিকক প্ৰমোছনো দিয়াব লাগিব। প্ৰমোছন নেপালে সি বোলে ইয়াত আৰু নপঢ়ে, ঘৰলৈ গুচি যাবগৈ। আপুনি লাগি-ভাগি তাক প্ৰমোছন নিদিয়ালে কেনেকৈ হব? হেডমাষ্টৰক আপুনি কব এইবাৰ তাক দুটা মাষ্টৰ ধৰি দিয়া যাব, এটাই পুৱা পঢ়াব আৰু ইটোৱে পঢ়াব গধূলি।"

"মই কিয় যাম হেডমাষ্টৰক কবলৈ? মোৰো বিচাৰ-বিবেচনা আছে। কলে তেওঁ মোকে বা কি ভাবিব? প্ৰমোছন নেপালে ইয়াত নপঢ়ে যদি দিয়া ভায়েৰাক ঘৰলৈকে পঠাই। গাধা গাধই হকগৈ।"

ৰূপালী গৰম হৈ উঠিল। অকল গৰম হৈ উঠাই নহয়, "মোৰ ভাই গাধা, মই গাধা, আমাৰ ঘৰে-ঘৰোৱাহ গাধা" বুলি ৰূপালীয়ে ৰাউচি জুৰিলে। গকুলে কলে, "তোমাক নো কেতিয়া মই গাধা বুলিলোঁ। মাণিকক হে কৈছোঁ গাধা বুলি। তুমি নো গাত পাতি লৈছা কিয়?"

কান্দি কান্দি চিয়ঁৰি চিয়ঁৰি ৰূপালীয়ে বককিবলৈ ধৰিলে, "মই হেনো গাত পাতি লৈছোঁ। কবলৈ নো কি বাকী থাকিল? আমি গাধা, আমি গাধাৰ সঁচ, মানুহ আমি নহওঁ। ইয়ালৈকে হে মাণিকক মই ইয়ালৈ আনিছিলোঁ। সি পঢ়িলে বেয়া পায়। তাক মাষ্টৰে যে হিংসা কৰেই নে নিজৰ ভিনিহিয়েকটোৱেও কৰে। নহলে নো কব পাৰে নে সি গাধা গাধই হকগৈ বুলি? মই নো ক'ত মৰিমগৈ ঐ এতিয়া?"

গকুলে মাত লগালে, "মই নো কেতিয়া কেনেকৈ মাণিকক হিংসা কৰিলোঁ? সি পঢ়িলে মই বেয়া পাওঁ! তুমি মোক কব পাৰিলা সেইষাব কথা? তোমাৰ মন সঁচাকৈয়ে বৰ সৰু। তুমি এনে বুলি

মই কোনো দিনে ভবাই নাছিলোঁ। লাহে লাহে তোমাৰ আচল ৰূপ প্ৰকাশ পাই আহিছে।"

"প্ৰকাশ পাই আহিছে যদি আহিছে। মোৰ মন সৰু। আমি সৰু মানুহ নহয়, ডাঙৰ মন আমাৰ কেনেকৈ হব? বৰ ডাঙৰ মানুহ বোলাবলৈ আহিছে নেদেখিছোঁ। বৰ যে ডাঙৰ মানুহ, মাটি এডোখৰো দেখোন গুৱাহাটীত আজিলৈকে লব পৰা নাই। ভাৰা-টীয়া ঘৰত থাকোঁতেই জীৱন গৈছে, ইপিনে বৰ ডাঙৰ ডাঙৰ কথা। ককাইদেৱে মোক কিনো মানুহটোলৈ দিলে ঐ।"

ৰূপালীয়ে আকৌ চিয়ঁৰি চিয়ঁৰি কান্দিলে আৰু কান্দোনৰ সুৰে সুৰে কলে, "আপোনাক বিয়া নকৰি আন কাৰোবাক বিয়া কৰোৱা হলে ইয়াতকৈ বহুত আয়মত থাকিব পাৰিলোঁহেতেন বুজিছে?"

"এতিয়াও যোৱা, কাক পোৱা এটাক বিয়া কৰোৱাঁগৈ।"

ৰূপালীয়ে উগ্ৰ মূৰ্ত্তি ধৰিলে, "মোক আপুনি কি বুলি ভাবিছে? মই বিয়া কৰোঁ বুলিলে বিয়া কৰিব নোৱাৰোঁ নে কি? নেথাকোঁ তেনেহলে আপোনাৰ ঘৰত আৰু। মাণিক অ' মাণিক, মৰিলি নে আছ? শুনা নাই নে কি কৈছে? ওলা, এতিয়াই ওলা। ঘৰলৈকে গুচি যাওঁগৈ। ডাঙৰ মানুহৰ ঘৰত সৰু মানুহ আমি আৰু নেথাকোঁ।"

নতুনকৈ ৰূপালীৰ কান্দোনৰ জাউৰি উঠিল। কান্দোনৰ লগে লগে ৰূপালীয়ে আলনাৰ পৰা নি বাকচতো সোত-মোচকৈ কাপোৰ ভৰাবলৈ ধৰিলে। মাণিকেও তাৰ কাপোৰ-কানি ঠিক কৰি ললে। কান্দোনৰ ভিতৰতে ৰূপালীয়ে কুশৰামক মাতি ৰিক্সা এখন আনিবলৈ কলে, আৰু সি ৰূপালীৰ কথালৈ কাণসাৰ নকৰি ইফালে-সিফালে পুলুং-পালাং কৰি থকা দেখি মাণিককে কলে ৰিক্সা আনিবলৈ। ৰিক্সা আনিবলৈ মাণিক ওলাই গল।

বহুত অনুনয়-বিনয় কৰি গকুলে ঘৈণীয়েক আৰু খুলশালীয়েকক যাবলৈ নিদি ৰাখিলে।

কিন্তু সেই পুৰাই যে ৰূপালী বিছনাত পৰিল গধূলিলৈকে নুঠিল, গাও নুধুলে, ভাতো নাখালে। গকুলে এবাৰ মৰমকৈ মাতোঁতে ৰূপালীয়ে যি জোকোৰা মাৰি পঠালে তেওঁ দুনাই মাত মাতিবলৈ আৰু বল নাপালে।

৯

গকুলে কোৱাত ঘৰৰ মালিকে ঘৰটোৰ কোঠা এটা বঢ়াই দিলে। কোঠা বঢ়াৰ লগে লগে অৱশ্যে ঘৰৰ ভাৰাও বাঢ়িল। সেইটোকে গকুলে পঢ়া-শুনা কৰাৰ কোঠা কৰি পুৱা-গধূলি যিখিনি সময় পাৰিলে তাতে কটাবলৈ ধৰিলে।

গকুল আছে, খাইছে-বৈছে, পঢ়িছে-শুনিছে, কলেজলৈ গৈছে, যি কৰিব লাগে সকলো কৰিছে, কিন্তু তেওঁৰ উছাহো নাই, শান্তিও নাই। কেতেকীৰ "হিয়া-ভগা" মাতত তেওঁ এতিয়া তেওঁৰ "বুকুৰ সংবাদ" শুনিবলৈ পায়। কিমান হাবিয়াস কৰি কিমান আনন্দৰ মাজেদি তেওঁ ৰূপালীক বিয়া কৰাইছিল, ভাবিছিল তেওঁৰ ৰূপা ৰূপা হৈয়ে থাকিব, সৰল, নিভাঁজ, উদাৰ আৰু তেওঁৰ গৌৰৱেৰেই গৌৰৱময়ী। সপোনতো ভবা নাছিল তেওঁৰ ৰূপা এনে হৈ উঠিব বুলি।

দুৱাৰখন বন্ধ কৰি খিলিটো মাৰি গকুলে টেবুলখনৰ দেৰাজটো খুলিলে। তাৰ ভিতৰত যত্নকৈ থোৱা প্ৰমীলাৰ ফটো এখন আছিল। গকুলে ফটোখন উলিয়াই আনি টেবুলখনত তেওঁৰ মুখে মুখে থকা কিতাপজাপত আওজাই ললে আৰু লৈ ভালেমান পৰ নীৰৱে একেৰাহে ফটোখনলৈ চাই থাকিল। তেওঁ কব নোৱৰাকৈয়ে তেওঁৰ মুখৰপৰা যেন লাহে লাহে ওলাই গল, "তুমি জীয়াই থাকোঁতে তোমাক চিনিব নোৱাৰিছিলোঁ প্ৰমীলা, এতিয়া চিনিছোঁ। তোমাৰ জ্বালাতনবিলাকে মাজে মাজে পোৰণি তুলিছিল সঁচা, কিন্তু এনেদৰে গোটেই গাত জুই জলোৱা নাছিল। তেতিয়া তোমাক

দানৱী যেন লাগিছিল, এতিয়া বুজিছোঁ তুমি দানৱী তো নোহোৱাঁই, মানৱীও নোহোৱাঁ, তুমি দেবী।"

প্রমীলাৰ অনেক কথা গকুলৰ মনত পৰি গল। দেউতাকে এবাৰ প্রমীলাক কলে, "কলেজত কাম কৰাতকৈ গকুলে দেখোন মোৰ বাগিচা এখনতে মেনেজাৰ হব পাৰে। তোৰ আগৰ ধৰণ-কাৰণ তই যেতিয়া তেনেকৈ এৰিব পৰা নাই, বাগিচাৰ মেনেজাৰ হোৱা হে গকুলৰ উচিত। এতিয়া থকাতকৈ বহুত আৰামেৰে থাকিব পাৰিবি। তই গকুলক নকব কিয়?"

জিকজিকাই উঠিল প্রমীলা, উঠি দেউতাকক কলে, "নকব মোক আপুনি তেনেবোৰ কথা। আপোনাৰ বাগিচাত মেনেজাৰ হবলৈ তেওঁ যাব কিয়? তেওঁৰ আত্মসম্মান নাই নে কি? ময়ে বা তেওঁক আপোনাৰ বাগিচাত কাম কৰিবলৈ দিম কিয়? এতিয়া কলেজত কাম কৰিছে, তেওঁৰো মান বৈছে, মোৰো মান বৈছে, আপোনাৰো মান বৈছে। আপোনাৰ জোঁৱায়েক কলেজৰ প্রফে-চাৰ বুলি কলে আপুনি বেছি ভাল পাব নে আপোনাৰ বাগিচাৰ মেনেজাৰ বুলি কলে বেছি ভাল পাব? আপুনি মোকে যি কলে, তেওঁক এনে কথা নকব দেউতা।"

গকুলৰ মনত পৰিল গ্রামোফন এটা লবলৈ দেউতাকে প্রমীলালৈ পঠোৱা তিনি-শ টকাৰে গ্রামোফন নিকিনি গকুলৰ হাক-বচন নামানি তেওঁক জোৰকৈ লগত লৈ দোকানলৈ গৈ প্রমীলাই তেওঁৰ কাৰণে গৰম চুট এযোৰ অর্ডাৰ দিলেগৈ। সেইবাৰ গকুল বেমাৰ পৰিল। প্রমীলাই খোৱা-বোৱা এৰি ডাক্তৰৰ দিহা মতে দৰব-পাতি আৰু পথ্য আদি নিজ হাতে খুৱাই দিনে-ৰাতিয়ে খাটি তেওঁক আৰোগ্যৰ পথলৈ আনিলে। ডাক্তৰেও স্বীকাৰ কৰি গল, এনেকৈ প্রমালাৰ সেৱা-যত্ন নোপোৱা হলে গকুলৰ কি হলহেতেন কোৱা টান। যি প্রমীলাক খুদুৰীয়ে ভৰি ধুৱাই নিদিলে নহৈছিল সেই প্রমীলাই নিজে তেওঁৰ ভৰি ধুৱাই আলফুলকৈ গামোছাৰে মচি দিছিল।

প্ৰমীলাৰ ফটোখনলৈ আকৌ এবাৰ গকুলে দীঘলীয়াকৈ চাই ৰ'ল। প্ৰমীলা আছিল এনেকুৱা—আৰু ৰূপালী! খণ্ডত সিদিনা তেওঁ বাৰু ৰূপালীক যাবলৈ কলেই, গৈ যাক পায় বিয়া কৰাবলৈকো বাৰু কলে—সেই বুলি তেনেকৈ যাবলৈ ৰূপালী ওলাব লাগে নে? তেওঁ হাতে-ভৰিয়ে ধৰি নৰখা হলে ৰূপালী গলেইহেতেন। গকুলৰ মনত পৰিল তেওঁ এনে দৰেই খণ্ডত প্ৰমীলাকো এদিন গুচি যাবলৈ কৈছিল, কিন্তু প্ৰমীলা যাবলৈ নোলাল। প্ৰমীলাই কান্দি-কাটি "মোক ঘৰলৈ পঠাই দিব খুজিছে" বুলি খং-বেজাৰত গোটেই-জনী বাউলী হৈ পৰিছিল। অকল সেয়ে নহয়। কান্দোন মাৰ গৈ সুস্থ হলত প্ৰমীলাই তেওঁৰ কাষ চাপি অনুনয়ৰ সুৰত কৈছিল, "মোক আপুনি ঘৰলৈ পঠোৱাৰ কথা কেলেই কলে? মই আপোনাৰ স্ত্ৰী, মই আপোনাৰ ঘৰ এৰি আৰু কলৈ যাম? এইখনেই হে মোৰ ঘৰ। মোক তেনেকৈ কেতিয়াও আৰু নকব আপুনি।" প্ৰমীলাই তেওঁক ইমানেই ভাল পাইছিল।

টেবুলৰপৰা প্ৰমীলাৰ ফটোখন আনি বুকুত সাবটি লৈ গকুল নিঃশব্দে বহি থাকিল। অহঙ্কাৰত, আনন্দত, বেজাৰত তেওঁৰ দুগালেদি দুধাৰি চকুলো বাগৰি গল।

১৯৬১

# মেধি

দুষ্ট লৰাবিলাকে মেধিক জোকাইছিল। মেধিক দেখিলেই সিহঁতে চিয়ঁৰি চিয়ঁৰি গাই দিছিল—

মেধি ঔ মেধি
মেধিক নিলে খেদি,
মেধি পৰিল খালত
কুকুৰে কামুৰিলে গালত।

সুৰ লগাই চিয়ঁৰি চিয়ঁৰি সিহঁত মেধিৰ ওচৰ চাপি আহে, আৰু মেধিয়ে দলি বা ফৰ্মুটি কিবা এটা হাতলৈ তুলি ললেই সিহঁত দূৰলৈ লৰ মাৰে, আৰু তাতে ৰৈ আকৌ চিয়ঁৰি চিয়ঁৰি গায়। মেধিয়ে দলিটো বা ফৰ্মুটিডাল লৈ এনে ভঙ্গী কৰে যেন দলিটো বাতলু-গুটি যোৱাদি গৈ সিহঁতৰ এটাৰ মূৰতে বা গাতে পৰি ভাগি চুৰ্মময় হৈ যাব, যেন ফৰ্মুটিডালে সিহঁতৰ কাৰোবাৰ হাত-ভৰি ভাঙি ঘাইল কৰি তেজেৰে মাটি ৰঙা কৰি তুলিব। কিন্তু মেধিৰ হাতৰ দলিটো বা ফৰ্মুটিডাল সিহঁতৰ ফালে নগৈ হাততে ৰয় আৰু অলপ পিছতে তললৈ সৰি পৰে।

লৰাবিলাকে আকৌ মেধিৰ ওচৰ চাপি আহে, আকৌ মেধিক জোকায়। এই অভিনয় দুই-চাৰি বাৰমান চলে। লৰাবিলাকৰ ভিতৰত আটাইতকৈ অঘাইটংটো হল গোপাল। সি এবাৰ আহি মেধিৰ কানৰপৰা গামোছাখনকে লৈ যায় নতুবা মেধিক চিকোট এটাকে মাৰি দিয়ে। মেধিয়ে কিবাকিবিবোৰ বকে। কেতিয়াবা খং কৰি কয়, "বাপেৰক কৈ দিম ৰ, তেতিয়া দিব ভালকৈ এসেকা।" এদিন

এনেকৈ মেধিক জোকাওঁতেই গোপালৰ বাপেকে দেখি তাক ঘৰলৈ নি এনে মাৰ দিলে যে তাৰ সাঁচ তিনি-চাৰি দিনলৈকে থাকিল। মেধিয়ে দেখি তাৰ গাত হাত ফুৰাই মৰম কৰি কলে, "ইস, ইস, লৰাটোক নো এনেকৈ মাৰিব লাগে নে? মোৰ গাৰ পৰা লৰামানুহে গামোছাখন যেনিবা টানি নিলেই—সি নো কি জগৰৰ কথা হল! গোপাল, বল বল, আম পাৰি দিম খাবিগৈ বল, ইবিলাক লৰাকো মাতি আন।"

মেধিয়ে দীঘল হাঁকুটি এডাল লৈ গল ধাপত থকা তেওঁৰ মিঠা আমজোপাৰ তললৈ। লৰাবিলাকো গল তেওঁৰ লগে লগে। সেই-জোপা আম পকিবলৈ নাপায় আৰু পকিবলৈ পালেও ইমান পোক হয় যে এচকলো খাবলৈ নোলায়। কেচাই খাবলৈ ভাল, আৰু পোক হলেও তেতিয়া বেছি নহয়। মেধিয়ে হাঁকুটি লগাই তলৰ ডাল এটা জোকাৰি দিলত কেইটামান আম সৰিল, আৰু লৰাবিলাকে আম কেইটা হাতে হাতে লৈ দাঁতেৰে কামুৰি বাকলি গুচাই খাই মেধিক তাতে এৰি গুচি গল। মেধিয়ে হাঁকুটিডালেৰে আকৌ কেইটামান আম পাৰি ঘৰলৈ নিবলৈ গামোছাখনত বান্ধি ললে। হাঁকুটিডাল বাওঁখন কানৰ ওপৰত তুলি বাওঁহাতেৰে তাত ধৰি আৰু সোঁওহাতেৰে আমৰ টোপোলাটো ওলোমাই লৈ ঘৰমুৱা হৈ আহি থাকোঁতে আকৌ মেধিৰ কাণত পৰিল—

মেধি ঐ মেধি
কুকুৰে নিলে খেদি,
মেধি পৰিল খালত
কুকুৰে কামুৰিলে গালত।

মেধিয়ে আম পাৰি দিয়া সেই লৰামখাই। দলি-ফৰ্মুটি তুলি লবলৈ তেওঁৰ হাত বন্দী। সিহঁতে আহি তেওঁৰ হাতৰপৰা আমৰ টোপোলাটো কাঢ়ি ললেই, মেধিয়ে "কি কৰ কি কৰ" বোলালৈ কাণ নিদি। টোপোলাটো লৈ সিহঁত গুচি যাওঁতে মেধিয়ে মাত লগালে,

"হেৰ, আটাইকেইটা নিলিহঁক দেখোন। খুৰীয়েৰলৈ দুটামান থৈ যা।"

মেধিক নোজোকোৱা অৱস্থাত থাকিলে লৰাবিলাকে তেওঁক দদাই বোলে, সেই সম্বন্ধতে মেধিয়নী হল সিহঁতৰ খুৰী। আমৰ গামোছাখন লৈ যোৱা লৰাটোৰপৰা গোপালে গামোছাখন লৈ খুলিলে, আৰু ভাল চাই তিনিটা আম গামোছাখনত বান্ধি মেধিক দি কলে, "দদাই, এই তিনিটা আম খুৰীলৈ দিলোঁ। বাকীকেইটা আমি খাওঁগৈ দেই। কি কোৱাঁ?"

মেধিয়ে আৰু কি কব? সিহঁতৰ কথাতে মেধি ৰাজী।

২

মেধিয়ে বাঁহ এটা কাটি ছোৱা ছোৱা কৰি জেওৰা জোঙালিছে, মন্টুৱে কৰবাৰ পৰা আহি পিঠি ফালৰপৰা মেধিক সাৱটি ধৰিলেহি। মেধিৰ জেওৰা জোঙলা বন্ধ হৈ গল। মন্টু ওচৰৰে মানুহ এঘৰৰ ছবছৰীয়া লৰা। আবদাৰৰ সুৰত সি মেধিক কলে, "মই তোমাৰ পিঠিত ঘোৰা উঠোঁ, তুমি মোক লৈ লৰ দিয়াঁ।"

উপায় নাই। মন্টুৱে কলথকুৱা এডালকে ঘোৰা কৰি উঠি আহিছিল, মেধিক দেখি দূৰতে সেইডাল পেলাই থৈ আহিল। ইমানকৈ আশা কৰিছে যেতিয়া ঘোৰা হৈ নৌদৌৰিলে হব নে? মেধিয়ে মন্টুক বোকোচাত লৈ থিয় দিলে আৰু মেধিৰ ডিঙিত ভালকৈ ধৰিবলৈ কৈ ইফালৰপৰা সিফাললৈ কেইবাৰমান দৌৰিলে। মেধিয়ে দৌৰে আৰু মাজে মাজে মন্টুক সোধে, "কেনে লাগিছে? ভাল লাগিছে নে?"

এনেকৈ মেধিয়ে আৰু বা কেই বাৰ দৌৰিলেহেতেন কোনে জানে? মেধিয়নীৰ মাত শুনি তেওঁ ৰৈ গল আৰু মন্টুক বোকোচাৰ-পৰা নমাই দিলে। "বোকোচাত লৰা লৈ জপিয়াই ফুৰিলেই হব নে" বুলি মেধিয়নীয়ে সিকি এটা আৰু বতল এটা দি মেধিক পঠাই দিলে দোকানৰপৰা কেৰাচিন তেল আনিবলৈ। মেধি গল, কিন্তু দোকান

নাপালেগৈ। বাটতে মনবৰে পাই কলে, "দদাই, বৰ কথা এটা হল। কি কৰোঁ এতিয়া ?"

"কি কথা ?"

"গৰুজনী বিচাৰি আহিছিলোঁ, পিছে গৰুজনী কোনোবাই কাজীহুচত দিলে। আজিয়েই নিনিলে কাইলৈ পইচা বেছিকৈ ভৰিব লাগিব। দিব পাৰোঁ নে মোক চাৰি অনা। ঘৰলৈ এতিয়া পইচা আনিবলৈ গলে আজি আৰু গৰুজনী মোকলাব নোৱাৰিম।"

মেধিয়ে সিকিটো মনবৰক দি দিলে, আৰু সন্ধ্যা লাগি ভগাৰ পিছত শুদা হাতে ঘৰ ওলালগৈ। কেৰাচিন তেল নাপাই মেধিয়নীয়ে মেধিক বকিলে, মেধিয়ে শুনি গল, মুখেৰে ওঁ-আঁ একো নকৰিলে। যেতিয়া মেধিয়নী শাঁত পৰিল তেতিয়া মেধিয়ে মাত লগালে, "এদিন কেৰাচিন তেল নহলে নমৰ, জুইকুৰাকে ডাঙৰকৈ ধৰ, নহলে সৰিয়হ তেলেৰে মাটিৰ চাকি এটাকে জলা।"

মেধিৰ আচল নাম আছিল বলোৰাম। আউনিআটী সত্ৰৰ মেধি হোৱাৰ পিছত বলোৰাম নাম তল পৰিল, মেধি নাম ওপৰলৈ উঠিল। মেধি ভাগিবৰো এতিয়া তেওঁৰ ভালেমান বছৰ হল, তথাপি মেধি নাম বৈ গল। মেধিৰ নাম যে বলোৰাম আছিল মানুহে পাহৰিলে, লৰাৰপৰা বুঢ়ালৈকে সকলোলৈকে তেওঁ হল মেধি।

মেধিয়ে বিয়া কৰাওঁতে বয়স ডেৰকুৰিতকৈ দুবছৰমান বেছি হৈছিল, তাতে তেওঁ আকৌ মেধিয়নীক ধৰম-বিয়া কৰাইছিল। গতিকে মেধিতকৈ মেধিয়নী বয়সত বহুত সৰু। এতিয়া মেধি আধা-পকা দাড়ি-চুলিৰে আৰু শোতোৰা-শোতোৰ মুখেৰে এক-ৰকম জঠৰ হৈ পৰিছে, কিন্তু মেধিয়নী কিচ্‌কিচীয়া কলা চুলিটাৰেৰে আৰু বয়সৰ সাঁচ নপৰা নিমজ-উজ্বল মুখখনেৰে চেঙেলীজনী হৈয়ে আছে, ফাগুনৰ পয়োভৰেৰে উদ্দীপ্ত প্ৰকৃতিৰ নিচিনাই উতলা। আঠুলৈকে পৰা তেল-চিকটি বন্ধ যোৱা চুৰিয়া এডোখৰ হলেই মেধিৰ হয়, অলৈ-তলৈ যাওঁতে মাথোন চেলেং কাপোৰ

এখন গাত লয়, কোট এটা আছে যদিও তাৰ লগত বৰ সম্বন্ধ নাই। মেধিয়নীয়ে ঘৰতে নিকা সাজ-পাৰ কৰি থাকে, দিনৌ ৰিহা-মেখেলা চাবোনেৰে ধুই লয়, কতো চেকা এটা দেখিবলৈ নাই। অলপ দেখনিয়াৰকৈ মেধিয়নীয়ে থাকিব খোজে। কেৰাচিন তেলৰ চাকি জলোৱাতকৈ নিতৌ লেম এটা জলাবলৈ পোৱা হলে হে মেধিয়নীয়ে ভাল পালেহেতেন।

মাঘ বিহুলৈ মাজতে কেই দিনমান আছে। সন্ধিয়া লগাৰ পিছতে এদিন "চোৰ চোৰ" আৰু লগে "কেনি চোৰ, কেনি চোৰ" চিয়ঁৰ উঠিল। মানুহো চাৰি-পাঁচোটা গোট খালে আৰু তাৰে এটাই মেধিৰ বাৰীৰ তামোল গছ এজোপাৰ ওপৰলৈ আঙুলিয়াই দেখুৱালে। জোনৰ শেঁতা পোহৰত চোৰক দেখা গল। সি বপুৰাই তামোল এঠোকা ছিঙি নামি আহিছিল, চিয়ঁৰ-বাখৰ শুনি আৰু তলত মানুহ দেখি গছৰ ওপৰতে বৈ গল। কিন্তু তেনেকৈ মানুহৰ পৰা ৰক্ষা পাব জানো? এখন নহয়, দুখন নহয়, কেইবাখন মুখৰ-পৰা সমবেত সঙ্গীত ধ্বনিত হল, "নামি আহ, নামি আহ।" এটাই চিয়ঁৰিলে, "মই কুঠাৰ এখন আনো ৰ, গছজোপাকে দিওঁ কাটি।" অগত্যা তামোলঠোকা তললৈ পেলাই দি নামি আহি জাপ মাৰি মাটিত পৰি পলাব খোজোঁতেই মানুহ কেইটাই চোৰক ধৰি পেলালে আৰু লপা-থপাও অলপ কৰিলে। থানালৈ নি পুলিচক চমজাই দিবলৈ ঠিক কৰি সন্ধ্যহতে ভৰালৰ আগৰ খুটা এটাতে চোৰক বান্ধি থোৱা হল।

মেধি ঘৰত নাছিল। চোৰক খুটাটোত বন্ধাৰ অলপ পৰ পাছতে মেধি আহি দেখে এই কাণ্ড। মেধিয়ে চোৰক চিনি পালে, আগতে মানুহমখায়ো পাইছিল। চোৰ গাৱঁৰে লৰা মণিৰাম। ঘটনাৰ বৃত্তান্তও মেধিয়ে সকলো শুনিলে, শুনি মণিৰামৰ বান্ধ মুকলি কৰি দিলে। বান্ধ মোকলাই দিয়া মাত্ৰকতে সি লৰ মাৰিবই খুজিছিল, মেধিয়ে তাক ৰখালে, ৰখাই তামোল গছৰ তলৰপৰা

তামোলখিনি গোটাই আনি তাক দি কলে, "চুৰ কৰিবলৈ নো তোক পাইছিল কিহে ? মোক কোৱা হলেই মই তামোল দিলোঁহেতেন নহয় তোক।" মানুহ কেইটাই ইটোৱে সিটোৰ মুখলৈ চালে, কিন্তু মুখেৰে একো নামাতিলে। মেধিৰ গতি-গোত্ৰ সিহঁতে জানেই। চোৰে তামোলখিনি লৈ সিহঁতৰ আগতে তাৰপৰা নাইকিয়া হল।

৩

স্থানীয় মাইনৰ স্কুলৰ হেডমাষ্টৰ অৱনীধৰ বৰঠাকুৰ। তেওঁ মেধিৰ ঘৰৰ ওচৰৰে মানুহ এঘৰৰ লৰা এটাক ৰাতিপুৱা আহি এঘন্টা পঢ়ায়। লৰাটোৰ বাপেকে দলৌমুখ বাগিচাত বৰমহৰি কাম কৰে আৰু দেওবাৰে দেওবাৰে ঘৰলৈ আহি পুতেকক হেড-মাষ্টৰক গতাই দি কয়, "সি পঢ়ি ডাঙৰ মানুহ হব সেইটো বাৰু পাইছোঁ। প্ৰথম শ্ৰেণীমান পালেগৈয়ে হয়, মই বৰচাহাবক কৈ বাগিচাতে কিবা এটা কৰি দিব পাৰিম।"

লৰাটোক পঢ়াবলৈ আহোঁতে মাজে-সময়ে বৰঠাকুৰে মেধিয়নীক দেখা পায়, কোনো দিনা দেখা পায় মেধিয়নীয়ে তাঁত বৈ থাকোঁতে, কোনো দিনা দেখা পায় মেধিয়নীয়ে শাকনিবাৰীত শাক তুলি থাকোঁতে, কোনো দিনা দেখা পায় বৰমহৰিৰ ঘৰৰ পুখুৰীটোৰপৰা পানী আনিবলৈ যাওঁতে বা পানী লৈ ঘূৰি আহোঁতে। লাহে লাহে প্ৰায় সদায়েই বৰঠাকুৰে মেধিয়নীক দেখা পোৱা হল, প্ৰায় একে ঠাইতে, একে সময়তে আৰু একে বেশতে। পুখুৰীটোত সাতুৰি-নাদুৰি গা ধুই আঠুলৈকে মেখেলাখনৰ পানী চেপি তিতা ৰিহাখন নতুনকৈ গাত লিপিত খুৱাই লৈ মেধিয়নী ঘৰমুৱা হয়, খোজৰ ছেৱে ছেৱে কাষৰ ভৰা কলহৰপৰা পানী উছলি পৰে আৰু লগে লগে ছিটিকি পৰে পুৱা ৰদৰ তিৰবিৰণিৰে সমুজ্জ্বল মেধিয়নীৰ যৌৱন-জগোৱা মুখখনিৰ স্নিগ্ধ-মধুৰ আভা। দেখি বৰঠাকুৰ উত্ৰাৱল হৈ যায়। চকুৱে চকুৱেই দুয়ো কথা হয়, দুয়োৰো হাঁহি বিৰিঙি পৰে।

তাৰ পিছত এদিন লৰাটোৰ পঢ়া সোনকালে শেষ কৰি বৰঠাকুৰে মেধিৰ ঘৰ সোমাই মেধিয়নীয়ে নিজ হাতে কাটি নিজ হাতে আলফুলকৈ দিয়া তামোল এখন খাই মনটো লৈ আৰু মনটো দি ঘৰমুৱা হল। এদিনৰ পিছত এদিন, আৰু এদিন আৰু এদিন। পুৱা নাহিলেও, গধূলি নিতৌ বৰঠাকুৰ মেধিয়নীৰ ওচৰলৈ অহা হল। তেওঁ স্থানীয় মানুহ নহয়, তেওঁৰ ঘৰ যোৰহাটত, তাৰপৰা আহি ইয়াত কাম হে কৰিছে। স্কুলৰ ওচৰতে স্কুলৰ পৰা সজাই দিয়া তেওঁৰ ঘৰ, তাতে তেওঁ গাভৰু ঘৈণীয়েক আৰু তিনি বছৰীয়া লৰাটোৰ সৈতে থাকে।

ঘৈণীয়েকে এদিন সুধিলে, "আপুনি ফুৰিবলৈ গৈ ইমান ৰাতি কৰে দেখোন আজিকালি? আগেয়ে দেখোন সোনকালেই ঘৰ পাইছিলহি।"

"তুমি হবলা ভাবিছাঁ মই ইমান ৰাতিলৈকে ঘূৰি ফুৰিছোঁ বুলি। লৰাটোক গধূলিও পঢ়াব লগা হৈছে নহয়। বাপেকে ইমানকৈ কৈছে, নপঢ়ায় নো কেনেকৈ? যিহে গাধা লৰা, কি কৰিব পাৰোঁ কব পৰা নাই।"

স্কুলৰ ডেকা চকীদাৰটোৱে তেওঁলোকৰ কথা শুনি নহঁহাকৈয়ে যি একণ হাঁহিলে সি বৰঠাকুৰনীৰ চকুত নপৰাকৈ নাথাকিল, আৰু এই দেখ-নেদেখ হাঁহি যে অৰ্থহীন নহয় তাকো তেওঁ বুজিলে। বৰঠাকুৰনীয়ে অকলশৰীয়াকৈ তাক সোধাত সি কৈ দিলে, "গধূলি কৰ লৰা পঢ়ায় আইদেউ, মেধিয়নীক পঢ়ায়গৈ।" অৰ্থ একেবাৰে স্পষ্ট হৈ পৰিল, কাৰণ বিয়া হোৱাৰ এই সাত বছৰে বৰঠাকুৰক বৰঠাকুৰনীয়ে ভালকৈয়ে চিনিছিল।

বৰঠাকুৰনীও তীখৰ মানুহ। আলনাৰপৰা বৰঠাকুৰৰ চুৰিয়া এখন আৰু কামিজ এটা আনি পিন্ধি তাৰ ওপৰত বৰঠাকুৰনীয়ে এখন এৰীয়া চাদৰ ললে আৰু মূৰত মুগাৰ ৰিহা এখনেৰে পাগুৰি মাৰিলে। তাৰ পিছত বৰঠাকুৰৰ জোতা ভৰিলৈ ডাঙৰ হোৱাত

নিজৰ চেংগেলযোৰকে পিন্ধি বৰঠাকুৰনী মেধিৰ ঘৰ পালেগৈ। বৰঠাকুৰ আৰু মেধিয়নী দুয়ো চৰা-ঘৰতে কপৌ-কপৌৱনী হৈ বহি আছে, বৰঠাকুৰ সৰু মুঢ়া এটাত আৰু মেধিয়নী পীৰা এখনত আগতে তামোলৰ বটাটো লৈ। দুয়ো দুয়োত মচগুল। মেধিয়নীৰ মুখৰ তিৰবিৰণিত কেৰাচিন তেলৰ চাকিৰ ম্লান পোহৰ আৰু ম্লান হৈ পৰিছিল।

একো মাত-বোল নকৰি বৰঠাকুৰনী কপৌ-কপৌৱনীৰ আগতে ওলালগৈ। বৰঠাকুৰে ভেবা লাগি বৰঠাকুৰনীৰ মুখলৈ চাই ৰল। মেধিয়নীয়ে এই কোমল-মুখীয়া পাগুৰি-মৰা মানুহজনক মুৰৰপৰা ভৰিলৈকে এবাৰ চাই সুধিলে, "আপুনি কোন ?"

বৰঠাকুৰনীয়ে একো উত্তৰ নিদি মেধিয়নীলৈ পোন্দোৰাকৈ চালে, আৰু মেধিয়নীয়ে উত্তৰ নাপাই আকৌ সুধিলে, "ইয়ালৈ কিয় আহিছে ?"

"কিয় আহিছোঁ তাকো জনা নাই নে ? এই কুকুৰটোক নিবলৈ আহিছোঁ।"

বৰঠাকুৰে এইবাৰ মাত লগালে, "তুমি নো এইখন কি ভেশছন কৰি ফুৰিছা, মই ভাল পোৱা নাই।"

"তই ভাল পাৱ নাপাৱ মোৰ কি হল ? বল এতিয়া ঘৰলৈ। তোৰ আৰু লাজ নহল।"

"ইয়াত বকিবলৈ নাহিবা এই দৰে। এইবোৰ কথা ভাল নহয়।"

"তই মোক ভাল কথা শিকাবলৈ আহিছ ! বল এতিয়া ভালে ভালে, নহলে মই কুৰুক্ষেত্ৰ কৰিম। চিয়ঁৰি চিয়ঁৰি ইয়াত মানুহ জমা কৰিম। তেতিয়া পাবি মজা দুয়োটাই।"

৪

মেধিয়নীয়ে ধান দাই আছে। বাওঁহাতেৰে ধান এগোছা এগোছাকৈ ধৰি সোঁওহাতেৰে কাচিখনেৰে খচ্খচ্কৈ মেধিয়নীয়ে

কাটি নিছে আৰু এখামোচ হলেই তাৰে ধান এডাল বা দুডালেৰে মোচৰা মাৰি বান্ধি থৈছে। মেধিয়নী অকলৈ। সিফালে অলপ দূৰত তিনিজনী দাউনীয়ে ঘৰৰপৰা লৈ অহা ৰেবাব টেঙা চকলিয়াই খাই আকৌ ধান দোৱাত লাগিছে, মাজে মাজে বিয়া-নামো গাইছে।

ডাঙৰী এভাৰ ঘৰত থৈ মুহীধৰে আকৌ বিৰিয়াডাল লৈ তাৰ মাটিলৈ আহিছে। মেধিয়নীক বাটতে পাই সি মাত লগালে, “কি মেধিয়নী, মেধিক দেখোন দেখা নাই। আজি অহা নাই নে কি ?”

“আহিব পিছত ডাঙৰী নিবলৈ।”

“পিছে, দিন কেনেকৈ গৈছে মেধিয়নী ? বৰঠাকুৰ গল নহয় ইয়াৰপৰা !”

বৰঠাকুৰনীৰ দেউতাক অলপ বুজন ধৰণৰে চৰকাৰী বিষয়া। তেওঁ জীয়েকৰ কথা এৰাব নোৱাৰি যাক যেনেকৈ কব লাগে কৈ-মেলি জোঁৱায়েকক মাইনৰ স্কুলৰ হেডমাস্টৰৰ পদৰপৰা এৰুৱাই আনি যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলতে মাষ্টৰৰ কামত সুমুৱাই দিলেহি। মেধিয়নী-বৰঠাকুৰ পৰ্ব্ব দুপতীয়াতেই শেষ হৈ গল।

মুহীধৰৰ কথা শুনি মেধিয়নীৰ খং উঠি গল। আচলতে সিমান খং উঠা নাছিল, পিছে যিমান খং উঠিছিল তাতকৈ বেছি খং দেখুৱাই মেধিয়নীয়ে কলে, “আহিলি নে তয়ো মোক জোকাবলৈ ! মাৰজনীক চিনা নাই হবলা ?”

“অ—তেনেহলে ময়ে জোকোৱা নাই, আনেও জোকাইছে।”

“জোকাইছে যদি জোকাইছে, তোৰ কি হল ?”

“কি হব আৰু ? বুকু ভাগি-চিগি চুৰমাৰ হৈ গল।”

“যাবি মোৰ তালৈ ভগা বুকু ভালকৈ জোৰা লগাই দিম।”

“বাৰু, কৈছা যেতিয়া যাবই লাগিব। নগলে ভাল পাবা জানো ?”

“যাবি, ঢেকিঠোৰাৰ খুন্দা কেইটামান খাই আহিবিগৈ।”

“বাৰু, ঢেকিঠোৰাৰ খুন্দা কোনে কাক দিব পাৰে দেখা যাব।”

মুহীধৰ আৰু তাত নৰল। সি তাৰ পথাৰলৈ খোজ ললে আৰু যাওঁতে সুৰ লগাই গাই গল—

পৰ্ব্বতে পৰ্ব্বতে বগাব পাৰোঁ মই
লতা বগাবলৈ টান,
বনৰীয়া হাতীকে ধৰাব পাৰোঁ মই
মেধিয়নীক ধৰাবলৈ টান।

ইমান আতোলতোলকৈ গোৱা বিহু-গীত মেধিয়নীয়ে শুনিও নুশুনিলে, নুশুনিও শুনিলে। গীতৰ সুৰ মেধিয়নীৰ বুকুত ঠেকা খাই আশে-পাশে গোটেইখনতে সিঁচৰতি হৈ পৰিল। মেধিয়নীৰ কাচি চলিয়েই থাকিল, কিন্তু আগতে যেনেকৈ চলিছিল ঠিক তেনেকৈয়ে নে ? মেধিয়নীৰ কাচি ৰব খুজিও নৰল, মেধিয়নীৰ হাত কঁপিব খুজিও নকঁপিল। পকা-ধানত শিহৰণ উঠিল, মেধিয়নীয়ে ৰিহাখনৰ আগেৰে মুখখন মচি ললে।

মুহীধৰ সেইখন গাৱঁৰ মানুহ নহয়, কিন্তু তাৰ মাটি মেধিৰ মাটিৰ ওচৰতে আৰু সেই সূত্ৰতে মেধি আৰু মেধিয়নীৰ লগত তাৰ চিনাকী। পাঁচ বছৰৰ ওপৰ হল তাৰ ঘৈণীয়েক মৰিল। তেতিয়াৰে-পৰা সি বৰলা হৈয়ে আছে, মাজে মাজে চেলু আৰু সুবিধা পালে আক-তাক জোকায় আৰু আকৌ নতুনকৈ বিয়াৰ সোৱাদ লব নে নলয় ভাবে। ছবছৰীয়া লৰা এটাও আছে তাৰ। মুহীৰামৰ মাক এতিয়াও জীয়াই আছে দেখি হে, নহলে তাৰ ঘৰ গুচি ইমান দিনে বাঁহতল হলহেতেন। মাকে তাক ঘৰখন আকৌ পাতিবলৈ কয়। মাক নো আৰু জীয়াই থাকিব কেইদিন, মাকৰ অবিহনে তাৰ ঘৰখন ধৰিব কোনে, লৰাটোকে বা চম্ভালিব কোনে—এনেবোৰ যুক্তিকে মাকে আৰু ওচৰ-চুবুৰীয়া মানুহে তাক দেখুৱায়।

আকৌ এদিন মেধিয়নীয়ে ধান দাই আছে, এনেতে মেধিয়নীৰ আগেদিয়েই মুহীধৰ তাৰ মাটিলৈ যাওক, আগে আগে মুহীধৰ, পিছে পিছে মুহীধৰৰ লৰাটো। ইয়াৰ আগতে কেইবাদিনো

মেধিয়নীক লগ পাইছিল যদিও মুহীধৰে জোকোৰা হেঁ নালাগে মাত এধাৰকে লগোৱা নাই, যেনেকৈ আহিছে তেনেকৈ গুচি গৈছে। আজি লৰাটো লগত থকা বাবেই হবলা কিবা এটা উদ্দীপনা পাই মুহীধৰে একেবাৰে সুস্থ আৰু সংযত মনেৰে মেধিয়নীক সুধিলে, "ধান দাবলৈ আৰু কিমান বাকী, মেধিয়নী ?"

মেধিয়নীৰ উত্তৰতো সঁচা বা মিছা একো ৰোষ প্ৰকাশ নাপালে। "শেষ হলহি আৰু এই তিনি ডৰা হে বাকী। পিছে, এইটো কাৰ লৰা, এই ৰদখনত ইয়ালৈ লৈ আহিছাঁ ?"

"কাৰ হব আৰু ? মোৰে। সদায় পথাৰলৈ আহিবলৈ দিগদাৰি কৰি থাকে, সেইদেখি আজি লৈ আহিছোঁ, মজাটো পক।"

"আয়ে-দেহি !"

মেধিয়নীয়ে লৰাটোক ওচৰলৈ মাতি আনিলে, আনি তাৰ মুখে-গালে হাত ফুৰাই তাক মৰম কৰি সুধিলে, "তোমাৰ নাম কি ?"

"অকণ।"

"বৰ বঢ়িয়া নাম। ইমান ৰদত এই অকণমান লৰাটোক মাকেও আৰু ভাল আহিবলৈ দিলে।"

অকণে মেধিয়নীৰ মুখলৈ আৰু ঘাম লাগি বিয়পি পৰা কপালৰ ফোঁটটোলৈ চাই থাকিল। মুহীধৰে মাত লগালে, "তাৰ মাক নাই, তাৰ দুমাহমান হওঁতেই মাক ঢুকাল।"

মেধিয়নীয়ে অকণৰ মুখলৈ চালে আৰু মেধিয়নীৰ চকুৰেদি সহানুভূতিৰ সুষমা বিয়পি গল।

৫

মেধিৰ বৰঘৰটোৰ বেৰ ভাগি গৈছিল। মাক জীয়াই থাকোঁতেই সজোৱা ঘৰ, মাক মৰিবৰো হল বাৰ বছৰৰ ওপৰ। বাঁহৰ বেৰ, থাকিব নো কিমান দিন ; জোৰা-টাপলিও বহুত মৰা হল, কিন্তু

একেবাৰে নতুনকৈ নিদিলে এইবাৰ আৰু নহৈছে। ধান চপোৱা হৈ গল। আজৰি পাই মেধিয়ে ঘৰঘৰত বেৰ দিয়াত লাগিল।

এফালৰ এখন বেৰ দিয়া হৈ গল। আন এখন বেৰ মানুহ এটাৰ লগত ধৰি-মেলি বাহিৰলৈ আনোতে হাতত কামিকেইটা হে লাগি থাকিল, বাকীখিনি ভাগি-চিগি সৰি পৰিল। এনে অৱস্থা হৈছিল বেৰখনৰ। বেৰৰ তলৰ খবুৱা আৰু গড়ডালো এফৰাই অনা হল। তাৰ পিছত মেধিয়ে কুকুৰ এটা অলপমান খানি টানোতেই ওপৰডোখৰ ভাগি হাততে আহিল। মেধিয়ে আকৌ খানিলে, আৰু খানোতে চিপৰাংখন কিবা এটা টান বস্তুত লাগিলগৈ। উলিয়াই আনিলত দেখা গল টান বস্তুটো আন একো নহয়, বগীতামৰ সাফৰ মৰা সৰু টিন এটা। টিনটো গধুৰ, মামৰেৰে গোটেইটো চিতা-পখৰীয়া। মেধিয়ে নলীয়া কটাৰী এখনেৰে ৰুকি-বাকুহি সাফৰটো খুলিলে, আৰু খুলি দেখিলে তাত কিছুমান টকা। মহাৰাণী ভিক্টোৰিয়া আৰু সম্ৰাট সপ্তম এডোৱাৰ্ডৰ চাব মৰা টকা।

মনৰ উত্তেজনা মনতে সামৰি মেধিয়ে এটকা এটকাকৈ টকাখিনি সেইখিনিতে বহি লেখিলে, কমো নহয় বেছিও নহয়, ডেৰ শ টকা। ঘৰখনত এটা আলোড়ন উঠিল। ঘৰখন মানে মেধি, মেধিয়নী আৰু বেৰ দিয়াত মেধিক লাগি-ভাগি দিওঁতা সেই গাৱঁৰে পদো, সমন্ধত মেধিৰ পেহীয়েকৰ পুতেক ভায়েক। টকাবোৰৰ ৰং ভেকুৰিছিল! মেধিয়নীয়ে নি টেঙেচীপাতেৰে ঘঁহি ভালকৈ ধুলত হে টকাবোৰৰ বৰণ ওলাল। কিন্তু টকাখিনি তাত থলে কোনে, আৰু কেতিয়া থলে? মেধিয়ে নিজকে নিজে কোৱাদি কলে, "কোনে থব আৰু। মাকে নথলে কোনে এনেকৈ থব পুতেকলৈ।" এই বেৰখনৰ দাঁতিৰ চালপীৰাখনতে একালত মেধিৰ মাক শুইছিল। মাক মৰিলত কোনো কোনোৱে কোৱাকুই কৰিছিল বোলে বুঢ়ীৰ হাতত "ভালে-খিনি" টকা আছিল। এইখিনিয়েই সেই "ভালেখিনি" টকা। মেধিৰ মনত পৰিল, মৰিবৰ অলপ আগতে মাকে তেওঁক কওঁ-কওঁকৈ

কিবা কব খুজিও কব নোৱাৰিলে, মুখৰ পৰা কথা বাজ নহল। এই টকাৰ কথাকে মাকে মেখিক কব খুজিছিল কিজানি।

মেখিয়নীয়ে উৎসাহেৰেই মেখিক কলে, "টকাখিনি পাই ভালেই হল, আমাৰ লগা কিছুমান বস্তু কিনিব পৰা যাব। মোৰ বিয়া-সবাহলৈ যোৱা ৰিহা-মেখেলা এযোৰেই নাই, এযোৰ ভাল চাই লব লাগিব। অসমীয়া পাটৰ সূতা আনি দিলে ময়ে বৈ লব পাৰিম। ৰিহা-মেখেলাৰ লগত খাপ খোৱাকৈ এখন চাদৰো লম। তুমিও লবা ভাল চাই চুৰিয়া এখন আৰু কোট চোলা এটা। সেই মনত নপৰা কালৰে শোটাকানি হোৱা চোলাটো আৰু পিন্ধিব নেলাগে।"

মেখিয়ে উত্তৰ কৰিলে, "মোক চুৰিয়া চোলা একো নেলাগে, সেইটো চোলাৰেই মোৰ দিনকেইটা যাব। তই লব খুজিছ লবি বাৰু ৰিহা-মেখেলা এযোৰ আৰু চাদৰ এখন। বাকী টকা যি থাকে থাকিব, থাকিলে সময়ত ভাল কামত লগাব পৰা যাব।"

"মই হবলগা বেয়া কামত লগাবলৈ কৈছোঁ? ভাল কাপোৰ-কানি লোৱা হবলগা বেয়া কাম? তুমি আৰু কথাবোৰ কোৱাঁ। মানুহ যি কেইদিন থাকে যেনেকৈ পাৰে ভালকৈ থাকিব লাগে, মই তাকে হে জানো। তুমিও লবা কাপোৰ-কানি, ময়ো লম। চকী এখনো আনিব লাগিব। ভাল মানুহ-দুনুহ আহিলে বহিবলৈ দিবলৈ চকী এখনকে নাই, মূঢ়াটোত নো কি বহিবলৈ দিম! চকী এখন লাগিবই, লণ্ঠন এটাও। ঘৰখনত লেম এটা নহলে নো কেনেকৈ? তাৰ পিছত—"

মেখিয়নীক আৰু কবলৈ নিদি মেখিয়ে মাত লগালে, "লণ্ঠনৰ কথাটো বাৰু বুজিলোঁ, ৰাতি অলৈ-তলৈ নিবলৈও ভাল। কিন্তু চকীখন কেলেই? মূঢ়াত বহিবলৈ দিবলৈ যদি বেয়া পাব, বহুৱাবি সেই ৰৰপীৰাখনতে। ৰৰপীৰাৰ জোৰ চকীয়ে নেপায় জানিছ। মেৰাধৰা-পাটীধৰাও আছে নহয়, দিবিহি ভিতৰৰপৰা উলিয়াই —কোনোবা বহিবলগীয়া আহিলে বহিব।"

"হয় হয়, মই দিম হে হয় মেৰধৰা-পাটীধৰা উলিয়াই। তুমি আনিবা চকী এখনকে, কাঠৰে বা বেতৰে এখন হলেই হব।"

পদোৰে ইমান বেলি বেতৰ সুত এডাল চাচি চাচি মেধি-মেধিয়নীৰ কথা শুনি আছিল। এইবাৰ পদোৱে মাত লগালে, "কিমান আৰু কথাৰ মাহিলা মাৰি থাকাইঁক? কথাৰে মুখৰ খজুৰতি মৰে, পেটৰ খজুৰতি নমৰে। কথা বহুত হল—কথাৰ পিছত এতিয়া কাম।"

মেধিয়নীয়ে টপৰাই সুধিলে, "কি কাম?"

পদোৰেও একে আষাৰেই কলে, "আটাইতকৈ ডাঙৰ কাম। দেখা নাই জানো, কিমান কাম কৰিলোহঁক দুয়ো? এতিয়া জলপান চাহপানী আনা, দুয়ো ককাই-ভায়ে বহি খাওঁ, খাই আকৌ কামত ধৰোঁ। কৰা কাম শেষ কৰিবই লাগিব। আধাডুখৰীয়াকৈ থলে তো নহব।"

৬

স্থানীয় মাইনৰ স্কুলটো হাইস্কুল কৰিবলৈ যত্ন চলিছে, আৰু এই কামত উঠি-পৰি লাগিছে বিনন্দী কাকতী। একেবাৰে নিঃস্বাৰ্থভাৱে তেওঁ লাগিছে বুলি কলে ভুল হব। তেওঁৰ স্বাৰ্থ ভালকৈয়ে আছে। প্ৰথম স্বাৰ্থ হল তেওঁৰ যত্নতে হাইস্কুলটো হলে তেওঁ যে গাওঁৰ এজন মুখীয়াল মানুহ সেই কথাটো দহদহীয়া হব আৰু লোকেলবৰ্ডৰ মেম্বৰ হবলৈ তেওঁ সুবিধা পাব। দ্বিতীয়তে, তেওঁৰ জীয়েকক বিয়া দিবলৈ বি-এ পাছ লৰা এটা চাই থৈছে, হাইস্কুলটো হলে হেডমাষ্টৰ নহলেও তেওঁক এচিষ্টেণ্ট হেডমাষ্টৰৰ কামটো দিয়াব পৰা যাব। তৃতীয়তে, হাইস্কুলৰ মেনেজিং কমিটীৰ তেওঁ মেম্বৰ তো হব পাৰিবই, প্ৰেচিডেণ্ট যে হব নোৱাৰিব তাক নো কোনে কব পাৰে?

গাৱেঁ গাৱেঁ ঘুৰি কাকতীয়ে স্কুলৰ কাৰণে টকাও তুলিছে ভালেমান। তেওঁ টকা তুলিব জানে। কথকী মানুহ, যাক যেনেকৈ কলে কাম সিজে তেনেকৈ কব পাৰে। কেইমাহমান ধৰি তেওঁ এই কামতে ঘুৰিছে, দিনটীয়াকৈ গৈ ঘুৰিও আছে আৰু দৰকাৰ পৰিলে

ৰাতিও থাকে। এনেকৈ ঘূৰি ফুৰা বাবে তেওঁ কাকতীয়নীৰ বকনিও শুনিব লগা হৈছে, কিন্তু তালৈ তেওঁৰ কাণসাৰ নাই। হাঁহৰ গাত পানী যিমানেই ঢালক পানী ভিতৰলৈ নোসোমায়, পাখিয়েদি বাগৰি যায়, যিকণ লাগি থাকে সেইকণো পাখি জোকাৰি দিলে উফৰি পৰে। কাকতীয়েও তেনেকৈয়ে কাকতীয়নীৰ বকনি এচাৰ মাৰি গাৰপৰা পেলাই দিয়ে।

হাইস্কুলৰ কথাকে ভাবি কাকতী চৰাঘৰতে চকী এখনত বহি আছে, এনেতে মেধি সোমাই গল। কাকতীয়ে চকীখনৰপৰা উঠি বেৰৰ কাষত থকা হাতীছালৰ বৰণ ধৰা কাঠৰ বেঞ্চখন হাতেৰেই মচি মেধিক তাতে বহিবলৈ দি সুধিলে, "পিছে, নহা মানুহ আহিলা দেখোন। কি মন কৰি?"

"আহিছোঁ এটা মন কৰি। এনেয়ে অহা নাই।"

"কোৱাঁচোন শুনো।"

মেধিয়ে বেঞ্চখনৰ ওপৰত ভৰি দুটা তুলি লৈ লেপেতা কাঢ়ি বহি কলে, "স্কুলটো বোলে হাইস্কুল কৰ। তই বোলে টকা তুলি ফুৰিছ, হয় নে বাপু?"

কাকতীৰ ঘৰলৈ মেধিৰ ঘৰৰপৰা ডেৰ-মাইলমান যদিও কাকতীৰ বাপেক জীয়াই থাকোঁতে আহ-যাহ ভাল দৰেই আছিল। তেতিয়া যেনেকৈ বিনন্দীক মেধিয়ে বাপু বুলি মাতিছিল, এতিয়াও তেনেকৈয়ে বাপু বুলিলে। বাপুত যিমান মৰম প্ৰকাশ পায় বিনন্দীত নাপায়। বিনন্দী বুলি মেধিয়ে মতা হলে বিনন্দীৰে বেয়া লাগি গলহেতেন। একো একোজনৰ মুখত নিজৰ সুৱদি নামটোও অসুৱদি শুনি।

কাকতীয়ে কলে, "হয়, তুলিছোঁ। অহা বছৰৰপৰা হাইস্কুল হবই।"

"মই টকা দিলে লবি নে?"

কাকতীয়ে এইবাৰ মেধিক দদাই বুলিলে, কলে, "তুমি টকা দিবা দদাই! দিলে লম তো, নলম কিয়? কিমান দিবা?"

"দিম যি পাৰোঁ। মই বাৰু কাইলৈ তোক ইয়াতে দি যামহি।"

এই অভিজ্ঞতা বিনন্দী কাকতীৰ নতুন। কাকতীয়ে স্কুলৰ কাৰণে টকা তুলিছে, টকা তুলি ফুৰোঁতে কাকতীয়ে অৱশ্যে মেথিয়ে বেৰৰ খবুৱাৰ তলত টকা পোৱাৰ কথা শুনিছিল, কিন্তু এনেয়ে পোৱা টকাবো যে মোহ মানুহে এৰিব নোৱাৰে। কাকতীৰ মেথিলৈ শ্ৰদ্ধা বাঢ়ি যায়, আৰু মেথিয়ে দিব খোজা টকাখিনিৰ প্ৰতি বাঢ়ি যায় হেঁপাহ।

কাকতীয়ে কলে, "দদাই, তুমি নো আকৌ কাইলৈ কষ্টখন কৰিব লাগিছে কিয়? যাওঁচোন ময়ো তোমাৰ লগতে, গৈ এতিয়াই টকাখিনি লৈ আহোঁগৈ। কি বোলাঁ?"

মেথিয়ে ভালেই পালে। মেথিৰ লগতে কাকতী মেথিৰ ঘৰলৈ আহিল। বাৰীত কেনিবা মেথিয়ে টকাখিনি পুতি থৈছিল। টকাখিনি উলিয়াই আনি পঞ্চাশ টকা গামোছাখনৰ আগত বান্ধি থৈ বাকী এশ টকা লেখি লেখি মেথিয়ে হাইস্কুলৰ কাৰণে কাকতীক দি দিলে।

কাকতীয়ে ৰচিদৰ বহী উলিয়াই লৈ কলে, "টকাৰ ৰচিদ এখন দি যাওঁ।"

"ৰচিদ লৈ মই কৰিম কি? টকা দিলোঁ, লেঠা মৰিল। নেলাগে বোপাই মোক ৰচিদ।"

বেৰৰ সিফালৰপৰা মেথিয়নীয়ে সকলো শুনি আছিল। তাৰপৰাই মেথিয়নীয়ে মাত লগালে, "দিব খুজিছে যেতিয়া দিয়ক ৰচিদ এখন। তুমি নো নেলাগে বুলিছাঁ কিয়?"

বিনন্দীয়ে এশ টকাৰ ৰচিদখন লিখি মেথিৰ হাতত দি টকাখিনি লৈ নঙলামুখ পাৰ হবলৈ হে পালে, মেথিয়নীয়ে ভিতৰৰপৰা ওলাই আহি টানকৈয়ে মেথিক কলে, "তেনেকৈ টকাবোৰ দি দিবলৈ তোমাক পাইছিলে কিহে? এটকা নহয়, দুটকা নহয়, পাঁচ কুৰি টকা। খৰচ নকৰাঁ যদি থাকিলহেতেন এনেয়ে পৰি, মাটিৰ তলতে বা বাকচৰ ভিতৰতে। টকাখিনি আছিল মনটো ডাঠ হৈ আছিল, এতিয়া একেবাৰে পাতল লাগি গল। টকা হাতত থাকিলে সাহ বাঢ়ে

জানিছোঁ! স্কুল মাইনৰ হয়, হাইস্কুল হয় আমাৰ দৰকাৰ কি? আমাৰ লৰাই আছে নে ছোৱালীয়েই আছে নে তাত পঢ়িবলৈ?"

শেহৰ কথাবাৰত মেখিয়নীৰ কিমান আবেগ, কিমান বেদনা সোমাই আছিল তাক মেখিয়ে সম্যকৰূপে হৃদয়ঙ্গম কৰিব নোৱাৰিলেও কিছু বুজিলে। তথাপি মুখলৈ এটা পৰিতৃপ্তিৰ ভাব আনি মেখিয়ে কলে, "আমাৰ লৰা-ছোৱালী নাই কি হল, আনৰ আছে। আনৰ লৰা-ছোৱালীয়েই হাইস্কুলত পঢ়িব। আমাৰ নিজৰ নাই যেতিয়া সেইবোৰেই আমাৰ লৰা-ছোৱালী।"

৭

"সন্তোষীয়া সবল চহাৰ নিজা নিজা প্ৰাণৰ পথাৰ" আকৌ সোণোৱালী হৈ উঠিল। আকৌ আঘোণ-মহীয়া ৰদত পকা-ধানৰ গাত ছাটি-ফুটি লাগিল। মেখিয়নী আৰু মুহীধৰক আকৌ ধাননিৰ মাজত চুপতি মাৰি থকা দেখা গল। মেখিয়নীয়ে খাবলৈ অনা ৰেবাব টেঙাৰ ভাগ মুহীধৰেও পালে, লগতে তামোলো এখন।

মেখিয়ে ডাঙৰী নিবলৈ আহি দেখিলে মেখিয়নীৰ কাচিৰ গতি লেহেম, ডাঙৰী দুভাৰমান হয় নে নহয় সন্দেহ। এভাৰ ডাঙৰী বান্ধি বিৰিয়াডালেৰে খুচি মেখিয়ে কানত তুলি লৈ ঘৰত থবলৈ গল। থৈ-মেলি মেখি আকৌ আহিল, ইভাৰ নিবলৈ, আহি দেখিলে মেখিয়নী নাই, মেখিয়নীৰ কাচিখন আৰু পানী লৈ অহা লোটাটো মেখিয়ে থৈ যোৱা টঙালৰ সূত কেইডালৰ ওচৰতে পৰি আছে। লোটাত পানী নাই। কিছু পৰ বৈ মেখিয়ে শুদা লোটাটো আৰু কাচিখন লৈ ঘৰমুৱা হল।

কেনিবাদি ঘৰলৈকে গল নে কি মেখিয়নী? কিন্তু ঘৰতো মেখিয়ে ঘৈণীয়েকক নাপালে। কলৈ গল মেখিয়নী? মেখিয়ে নিজকে নিজে আকৌ সুধিলে, "কলৈ গল?" মেখিয়ে প্ৰশ্নৰ উত্তৰ পালে, বাহিৰৰপৰা নহয়, ভিতৰৰপৰা, কাৰণ মন যে সৰবজান! তথাপিও মেখি খাটাং হব নোৱাৰিলে। খাটাং খবৰটো দিলে গোপালে। সি এই

কেইবছৰৰ ভিতৰতে বাড়ি ৰবটো হল। কথা-বতৰাও তাৰ আগতকৈ বহুত লৰিল। বাপেক মৰিলত এতিয়া সিয়েই ঘৰৰ মুৰব্বী।

সিয়েই কলে মেধিয়নী মুহীধৰৰ লগত গৈছে, সি দেখি আহিছে।

মেধিয়ে সুধিলে, "তোক দেখি কিবা কৈছিল নে?"

"নাই কোৱা।"

"খুৰীয়েৰক কেনে দেখিলি? মুখখন মাৰি আছিল নে, নাই মুখত হাঁহি দেখিছিলি?"

"নাই দদাই, মুখখন মাৰি থকা নাই। মুখত হাঁহিকে দেখিলোঁ, দুইটাৰে দেখোন বৰ ৰং। কথাটো কি?"

"কথাটো কি? তাকো আৰু নুবুজিলি নে? খুৰীয়েৰ মুহীধৰলৈ গল, মোক এৰিলে।"

"কি কলা দদাই? তোমাক এৰি খুৰী মুহীধৰলৈ গল! ৰবা, এতিয়াঁই চুলিত ধৰি চোচোৰাই মই লৈ আহিমগৈ। গোপালক চিনি পোৱা নাই হবলা! আৰু এই মুহীধৰ, সিও কম পাষণ্ড নহয় দেখিছোঁ। তাকো দিব লাগিব এশিকনি। মই অনিৰাম-ভোলাইঁতকো মাতি আনো ৰবা।"

গোপাল যাব খোজোঁতেই মেধিয়ে তাক আগভেটি ধৰিলে, কলে, "তেনে কাম কেতিয়াও নকৰিবি গোপাল, কেতিয়াও নকৰিবি। খুৰীয়েৰৰ বৰ দুখ, খুৰীয়েৰৰ ইমান বছৰেও লৰা-ছোৱালী এটা নহল। মই তহঁতক লৈয়ে থাকোঁ, তহঁতৰ লগতে ধেমালি-ধুমুলা কৰি সেইবোৰ ভাব মনলৈ আহিবলৈ নিদিওঁ। কিন্তু খুৰীয়েৰৰ শান্তি নাই। মই খুৰীয়েৰক বিয়া কৰাবই নেলাগিছিল। মই জানো খুৰীয়েৰৰ যোৰৰ? খুৰীয়েৰ মোতকৈ কিমান সৰু। মই বুঢা হলোঁ, কিন্তু খুৰীয়েৰ গাভৰু হৈয়ে আছে, বিয়া নিদিয়া ছোৱালীজনী যেন হে। খুৰীয়েৰ যোৱাত মই বেয়া পাইছোঁ সঁচা, কিন্তু খুৰীয়েৰ যোৱাটো একো অন্যায় হোৱা নাই।"

গোপালে মেধিৰ মুখলৈ চায় আৰু ভাবে মেধিয়ে এইবোৰ কৈছে কি। সি যে এনেবোৰ কথা ধাৰণাকে কৰিব নোৱাৰে। কিন্তু

মেধিৰ কথা শুনি তাৰ কোমল মনটো আৰু কোমল হৈ যায় আৰু মেধিৰ প্ৰতি মৰম-শ্ৰদ্ধা আৰু সহানুভূতিৰে তাৰ অন্তৰ ভৰি পৰে। সি কয়, "কিন্তু দদাই, তুমি বুঢ়া মানুহ, অকলৈ কেনেকৈ থাকিবা? ঘৰ-বাৰী তুমি অকলৈ চম্ভালিবা কেনেকৈ? তোমাৰ ভাতমুঠিকে বা কোনে বান্ধি দিব?"

"তাৰ কাৰণে মই ভবা নাই অ' গোপাল। ভাতমুঠি ময়ে বান্ধি খাব পাৰিম, নোৱাৰিলে তয়ে ভাত এমুঠি মোক নিদিবি জানো? যেতিয়ালৈকে পাৰোঁ ঘৰ-দুৱাৰ চম্ভালিম। নোৱাৰিলে যি হয় হব। মোৰ কাৰণে তই একো নেভাবিবি। খুৰীয়েৰৰ ওপৰত কিন্তু একো খং নেৰাখিবি।"

গোপালে মুখেৰে একো নকলে যদিও মনতে ঠিক কৰিলে মেধি যদি যায় মেধিক নি সি তাৰ ঘৰতে ৰাখিবগৈ। মেধিক আলাই-আথানি হবলৈ সি কেতিয়াও নিদিয়ে।

৮

মেধিয়ে বাঢ়নি এঁটাৰ লৈ চোতাল সাৰি আছে, নিজে নাসাৰিলে নো সাৰিব কোনে! সিফালৰপৰা লৰা কিছুমানে চিয়ঁৰিলে—

মেধি ঐ মেধি
কুকুৰে নিলে খেদি,
মেধি পৰিল খালত
কুকুৰে কামুৰিলে গালত।

আগেয়ে মেধিক জোকোৱা লৰাখিনি এতিয়া ডাঙৰ হল, ডাঙৰ হৈ মেধিক নোজোকোৱা হল। এই চাম লৰা নতুনকৈ উঠিছে। সিহঁতে চিয়ঁৰিছে হে চিয়ঁৰিছে, মেধিৰ সাৰসুৰেই নাই। তেওঁ চোতাল সৰাত ব্যস্ত। লৰামখাই চিয়ঁৰি থাকোঁতে কবই নোৱাৰিলে কেতিয়া নো পিছ ফালৰপৰা আহি গোপালে বৰকৈ চিয়ঁৰাটোৰ কাণ দুখন ধৰি মুচৰি দিলেহি। লৰাটোৰ লগে লগে ইবিলাক লৰায়ো

পিছলৈ চাই গোপালক দেখি সেই পিনেই থৰ হৈ গল, মুখৰ চিয়ঁৰ মুখতে থাকিল। গোপালক সিইঁতে ইমানেই ভয় কৰে।

বৰকৈ চিয়ঁৰাটোক কাণত ধৰি আনি মেধিৰ হাক-বচন নামানি মেধিৰ হাতৰপৰা বাঢ়নিটাঁৰ কাঢ়ি লৈ লৰাটোক দি গোপালে কলে, "সাৰ এতিয়া চোতালখন। দদাইক জোকালে এনেকুৱাই শাস্তি পাবি তইঁতে।" উপায় নাই, লৰাটোৱে বাঢ়নিটাঁৰেৰে চোতালখন সাৰিবলৈ ধৰিলে আৰু বাকী লৰামখাই দূৰৰেপৰা চাই থাকিল। সৰা হলত গোপালে লৰাটোক যাবলৈ কলে, আৰু সি তলমূৰ কৰি ইপিনে-সিপিনে নাচাই ফেঁচাটো যেন হৈ যিপিনৰ পৰা আহিছিল সেই পিনেই গুচি গল। ইবোৰ লৰাই তাৰ পিছ ধৰিলে।

মেধিয়ে কলে, "এটা কথা অ' গোপাল।"

"কি কথা দদাই ?"

"এবাৰ খুৰীয়েৰৰ তাৰপৰা আহিব পাৰিবি নে ?"

"খুৰীৰ তালৈ কেলেই আকৌ ?"

"অলপ কাম আছে। যাব পাৰিবি নে ?"

"তুমি কৈছাঁ যেতিয়া যাম বাৰু। যাব নো লাগে কিয় ?"

"খুৰীয়েৰক ৰূপ আঢ়ৈ-কুৰি দি আহিব লাগে।"

মাটিৰ তলত পোৱা ৰূপ ডেৰ-শৰ ভিতৰত আঢ়ৈ-কুৰি টকা মেধিয়ে যে মেধিয়নীৰ ৰিহা-মেখেলাৰ কাৰণে থৈছিল সেই টকাখিনি বাকচৰ ভিতৰত থকাতে থাকিল, ৰিহা-মেখেলাও লোৱা নহল, আন কামত খৰচো নহল। সেই টকাখিনিকে আনি মেধিয়ে গোপালক দিলেহি, দি কলে, "তই যা, এতিয়াই দি আহগৈ। খুৰীয়েৰক কৰি ৰিহা মেখেলা লবৰ কাৰণে থোৱা এই ৰূপ আঢ়ৈ-কুৰি, খুৰীয়েৰে যি কৰে কৰিব।"

"যাওঁ বাৰু দিওঁগৈ ; কিবা আৰু কব লাগিব নে কি ?"

"নাই, একো কব নেলাগে। খুৰীয়েৰ কেনে আছে চাই আহিবি আৰু খুৰীয়েৰক কেনে দেখ মোক আহি কবিহি।"

# এই ছোৱালীবোৰ

"এই ছোৱালীবোৰ !"

মিনতি সোমাই অহা দেখি বস্তি সিমানতে ৰৈ গল। মিনতি বস্তিৰ জীয়েক। নহলে বস্তিয়ে কলেহেতেন, "এই ছোৱালীবোৰ! ডেকা লৰাই দু-আষাৰমান মৰম লগা কথা কলেই বা দুবাৰমান মিচিকাই হাঁহিলেই বা দুখনমান প্ৰেম-পত্ৰ লিখিলেই কথা নাই বতৰা নাই সেই পিনেই হলি পৰিল, লাজুকী বনৰ দৰে কঁপি কঁপি মুচকচেই গল। অলপো সংযম নাই, অলপো নিজক টানকৈ ৰাখিবৰ ক্ষমতা নাই। লিখা-পঢ়াও কৰিছে ইহঁতে ইয়ালৈকে হে।"

বস্তিৰ ককায়েক কনকেশ্বৰ বৰুৱা। তেওঁৰ বৰজীয়েক সীমাই কৰিলে কি? দেউতাকে দিবলৈ ঠিক কৰিছিল নতুনকৈ হোৱা ই-এ-চি এজনলৈ। ইংৰাজৰ দিনতকৈ এতিয়া স্বাধীনতাৰ যুগত ই-এ-চিৰ উন্নতিৰ পথ সুগম। কিছুদিন ই-এ-চি হৈ থকাৰ পিছত চব-ডিভিজনেল অফিচাৰ তো হবই, তাৰ পিছত ডিপুটী কমিছনাৰ বা ছিলঙত গৱৰ্ণমেণ্টৰ কোনোবা ডিপাৰ্টমেণ্টত চেক্ৰেটেৰী হবলৈকো বেছি দিন নালাগিব। আগেয়ে এইবোৰ ই-এ-চিৰ কাৰণে আকাশ-কুসুম আছিল। জীৱনৰ ভাটী বয়সত পেঞ্চন পাবৰ আগে আগে হে দৈবাৎ দুই-এজনে ইমানলৈ উধাব পাৰিছিল। তেতিয়াৰ ই-এ-চিয়ে মন্দিৰৰ পিৰালিতে বোন্দা-পৰ দি থাকিব লাগিছিল, এতিয়াৰ ই-এ-চিয়ে মণিকুটলৈকে সোমাব পাৰে, বাট মুকলি।

এনে ই-এ-চিলৈকো সীমাই বুঢ়া আঙুলি দেখুৱালে। সীমাই ভাল পালে বিবেকানন্দ কাকতীক, আৰু অকল ভাল পোৱাই নহয়,

একেবাৰে ঠিক কৰি পেলালে বিবেকানন্দকে বিয়া কৰাবলৈ। বিবেকানন্দ স্থানীয় গবৰ্ণমেণ্ট হাইস্কুলৰ শিক্ষক, পিছত হয় যদি হবগৈ হেড্‌মাষ্টৰ বা স্কুলৰ ডিপুটী ইঞ্চপেক্টৰ। তাতকৈ নো তেওঁ আৰু কি আশা কৰিব পাৰে? কোনো কোনোৱে কয় তেওঁ বোলে অসমীয়াত এম-এ দিব, কিন্তু তেওঁ যে সেই কথা ভাবিছে তেওঁৰ গতি-গোত্ৰৰপৰা কাৰো মনত নধৰে। সভা-সমিতি, খেল-ধেমালি, থিয়েটাৰ-মজলিচ এইবিলাকতে দেখোন তেওঁৰ সময় যায়। এম-এ দিয়াৰ কথাকে নো বিবেকানন্দই ভাবিব কেতিয়া?

মাকে সীমাৰ আগত ই-এ-চিৰ গুণ বখানে আৰু বিবেকানন্দক উপলুঙা কৰে। মাকে কয়, "বিবেকানন্দই নো পায় কিমান? তোৰ এযোৰ পাটৰ ৰিহা-মেখেলা চাদৰকে দেখোন তাৰ দৰমহাৰে নেপাবি।"

মাকৰ মুখৰপৰা কথা আগ বাঢ়িবই নোৱাৰে, সীমাই মুখতে ধৰে, "নেপাওঁ যদি পাটৰ ৰিহা-মেখেলা নিপিন্ধো, কপাহী ৰিহা-মেখেলাকে পিন্ধিম।"

মাকে আকৌ কয়, "যি দৰমহা পায় তাৰে চাকৰ এটাও ৰাখিব নোৱাৰিবি।"

"চাকৰ ৰাখিব নোৱাৰিলে নো কি হল? ঘৰৰ বন-বাৰি সকলো মযে় কৰিম।"

মাকে টিক্‌চি-বিক্‌চি উঠে, "ঘৰৰ বন-বাৰি কৰিবি হে হয়! এতিয়া দেখোন মহাৰাণীক মুখ ধুবলৈকো পুৰা পানী যতনাই দিলে হে হয়।"

সীমাই আৰু ধৈৰ্য্য ৰাখিব নোৱাৰে, কৈ দিয়ে, "ক তোৰ যিহকে খুচী। মোৰ মন ভাঙিব নোৱাৰ। বিবেকানন্দ যদি বাটৰ ভিখাৰীও হয় মই বিবেকানন্দকে হে বিয়া কৰাম।"

দুবাৰে নোৱাৰি তৃতীয় বাৰে মেট্ৰিকুলেছন পাছ কৰি সীমা কলেজত পঢ়িবলৈ নগল। মাক-দেউতাকে বৰকৈ ধৰিলতো সীমাই

নপঢ়িলে, কলে, "মেট্ৰিকুলেছনটো যে পাছ কৰিলোঁ সেয়ে যথেষ্ট। লৰাই পঢ়ে কামৰ কাৰণে, ছোৱালীয়ে পঢ়ে দৰাৰ কাৰণে। মোৰ দৰা ঠিক হৈয়ে আছে। মিছাতে পঢ়ি পঢ়ি মুখস্থ কৰি মৰোঁ কেলেই?"

সীমাৰ কথাৰ ওপৰত কাৰো কথা নৰজে।

২

গৰমৰ বন্ধত সীমাহঁতৰ ঘৰলৈ বাসন্তী আহিল। বাসন্তী সীমাৰ মোমায়েকৰ জীয়েক, গুৱাহাটীত সংস্কৃতত এম-এ পঢ়ে। পেহীয়েকৰ মুখৰপৰা সীমাৰ বিষয়ে সকলো শুনি বাসন্তীয়ে সীমাক সুধিলে, "তই পিছে বিবেকানন্দক বিয়া কৰাবিয়েই নে কি?"

"তয়ো আহি মাৰ পাতলিত পৰিলিহি!"

"পৰিলোঁ যদি পৰিলোঁ। কচোন বাৰু বিবেকানন্দক বিয়া কৰাই খাবি নো কি, পিন্ধিবি নো কি, সমাজত মান-সন্মান পাবি নো কি?"

"তহঁতৰ দেখিছোঁ ভাল খোৱা, ভাল পিন্ধা আৰু সমাজত মান-সন্মান পোৱাৰ বাহিৰে আন চিন্তা নাই। মই সেইবোৰ পোৱাৰ আশাত বিবেকানন্দক বিয়া কৰাব খোজা নাই।"

"কিয় নো বিয়া কৰাব খুজিছ তেনেহলে বিবেকানন্দক?"

"বিবেকানন্দক বিয়া কৰাব খুজিছোঁ বিবেকানন্দক ভাল পাওঁ দেখি। বিবেকানন্দক বিয়া কৰাই সুখ পাম বুলি, শান্তি পাম বুলি— মনৰ সুখ আৰু মনৰ শান্তি। ধন-দৌলৎ নেলাগে বুলি মই কোৱা নাই, কিন্তু অকল ধন দৌলতেই সুখ-শান্তি দিব নোৱাৰে। বিবেকানন্দৰ বাহিৰে আনক বিয়া কৰালে মই হয়তো ধন-দৌলৎ পাম, কিন্তু সুখ-শান্তি নেপাম।"

"বিবেকানন্দক বিয়া কৰাবলৈ তই নো তাৰ কি দেখিলি? তাৰ নো কি আছে?"

"কিনো নাই তাকে সোধ। বিবেকানন্দৰ ৰূপ আছে, যৌৱন আছে, বিদ্যা আছে, বুদ্ধি আছে, মানসিক বল আৰু শাৰীৰিক শক্তি আছে, আৰু আছে দুখ-বিপদত আশ্ৰয় দিব পৰা এখন বহল-উদাৰ হৃদয়।"

"উম দিবলৈ তোৰ আকৌ আছে এখন নৱনু-কোমল বুকু," এই বুলি কৈ বাসন্তীয়ে সুৰ লগাই গালে—

ৰতিসুখসাৰে গতমভিসাৰে
মদনমনোহৰবেশম্
নকুৰু নিতম্বিনী গমনবিলম্বন
ত্বংহি হৃদয়েশম্।

গোৱা শেষ কৰি বাসন্তীয়ে কলে, "নিতম্বিনী, তেনেহলে আৰু দেৰি কিয়?"

"এৰা, সঁচাকৈয়ে দেৰি হৈ গৈছে। এদিনেই এযুগ যেন লাগিছে!"

বাসন্তী এইবাৰ গহীন হল, গহীন হৈ কলে, "নাই নাই, থ তোৰ সেইবোৰ কথা। তই বল গুৱাহাটীলৈকে, তাতে কলেজত নাম লগাই পঢ়গৈ। কলেজত পঢ়াত মজা আছে জানিছ। ৰূপে-গুণে তমস্কাৰ কত লৰাৰ লগত চিনাকি হব পাৰিবি। চিনাকি হোৱা তো সহজ কথা, কতৰ কত ৰকমে মন মুহিব পাৰিবি। তাত জানো কম আনন্দ! মই ধুৰুপ কব পাৰোঁ, গুৱাহাটীত তেনে এটা পৰিবেশত গৈ পৰিলে বিবেকানন্দক পাহৰিবলৈ তোৰ সৰহ দিন নেলাগিব।"

"নকবি দেই মোক তেনেবোৰ কথা। তইঁতে হবলা তাত সেইবোৰকে কৰিছগৈ। বহুত কথাকে মই শুনিছোঁ তইঁতৰ বিষয়ে। কিন্তু সেইবোৰ ভাল হৈছে জানো? দময়ন্তীয়ে কি কৰিলে জানই দেখোন।"

"কি কৰিলে? যি কৰিলে ভালেই কৰিলে।"

“তই কৰি তো ভাল কৰিলে বুলি। সেইখিনিতে তোৰ লগত মোৰ পাৰ্থক্য। দময়ন্তী আৰু সুবোধ চলিহাৰ কথা গুৱাহাটীত কোনে নেজানে? ইটোৰ লগত সিটোক কতই কত দিন ব্ৰহ্মপুত্ৰৰ পাৰত গধূলি একেলগে পাইছে, চিনেমা ঘৰতো সিহঁতক একেলগে বহুতে বহুত দিন দেখিছে। কোনে ভাবিছিল সিহঁতৰ বিয়া নহব বুলি? দময়ন্তীয়েও ইচ্ছা কৰিছিল, সুবোধেও বিয়া কৰিবলৈ আগ বাঢ়ি আছিল। কিন্তু দেউতাকে যেতিয়া তাইক টানি ধৰিলে মথুৰা হাজৰিকাক বিয়া কৰাব লাগে বুলি, কাৰণ মথুৰা ইঞ্জিনিয়াৰ, দৰমহাও ভাল আৰু বাহিৰা পাওনিও ভাল, আৰু সুবোধ চলিহা কলেজৰ পেটে-ভাতে খাই থকা লেক্‌চাৰাৰ, তেতিয়া দময়ন্তীয়ে দেউতাকৰ কথাতে মত দিলে। সুবোধৰ সকলো অনুনয়-বিনয় অথলে গল, দময়ন্তীয়ে মথুৰা হাজৰিকাকে বিয়া কৰালে। মই দময়ন্তী নহওঁ। যাক এবাৰ মন দিছোঁ মই তেওঁকে হে বিয়া কৰাম।”

“মানে বিবেকানন্দক।”

“এৰা, বিবেকানন্দকে।”

“দেখুৱাবিচোন বাৰু এবাৰ তোৰ বিবেকানন্দক। চাওঁচোন এবাৰ মানুহটোকে, আমাৰ সীমা আইদেউক মতলীয়া কৰা বিবেকানন্দক।”

“চাবি তই যেন আকৌ মতলীয়া নহব।” এই বুলি সীমাই বাসন্তীৰ গালখন লাহেকৈ টিপি দিলে।

৩

বিবেকানন্দৰ লগতে সীমাৰ বিয়া হৈ গল। সীমাৰ কপালৰ জোৰ আছিল বুলিয়েই কব লাগিব। বিয়াৰ ছমাহৰ পিছতে বিবেকানন্দই অপ্ৰত্যাশিত ভাবে ইংৰাজ কোম্পানী এটাৰ চাহ-বাগিচাত এচিষ্টেন্ট মেনেজাৰ কাম পালে।

খেলৰ দল এটাৰ মেনেজাৰ হৈ বিবেকানন্দ ডিব্ৰুগড়লৈ গৈছিল। তাতে বিবেকানন্দক চাহ কোম্পানীটোৰ চুপাৰিণ্টেণ্ডেণ্টজনে লগ

পালে। অসমত বহুত দিন থকা চাহাব, এচিষ্টেন্ট মেনেজাৰৰপৰা খাপে খাপে উঠি চুপাৰিণ্টেণ্ডেণ্ট হৈছেগৈ। অসমীয়া ডেকা লৰা বহুতকে তেওঁ লগ পাইছে, বিশ্ববিদ্যালয়ৰ চাব মৰা আৰু নমৰা অনেক ডেকা। বিবেকানন্দ যে সেইবিলাকতকৈ বেলেগ, চাহাবৰ বুজিবলৈ সৰহ পৰ নালাগিল। বিবেকানন্দৰ চেহেৰা-পাতি আৰু খোজ-কাটল দেখি আৰু বিবেকানন্দৰ লগত কথা-বতৰা পাতি চাহাবে বৰ ভাল পালে।

কথাৰ মাজতে চাহাবে বিবেকানন্দক কি কৰে বুলি সোধাত বিবেকানন্দই হাইস্কুলত মাষ্টৰি কৰোঁ বুলি কলে। দৰমহা কিমান পায় বুলি চাহাবৰ বৰ মন গৈছিল যদিও সুধিবলৈ অভদ্ৰতা হব বুলি নুসুধিলে। তথাপিও দৰমহাৰ প্ৰশ্নটো চাহাবে একেবাৰে বাদ নিদিলে। চাহাবে সুধিলে, "মাষ্টৰৰ দৰমহা তো বেছি নহয়, যি পোৱাঁ তাৰে চলিব পাৰাঁ নে?"

"পাৰোঁ। চলালেই চলি যায়।"

"তুমি ইমান ভালকৈ ইংৰাজী কবলৈ কেনেকৈ শিকিলা? বহুত অসমীয়া গ্ৰেজুৱেটে দেখোন এষাৰ ইংৰাজী কব লগা হলে দুবাৰ মুৰ খজুৱায়, আৰু তেতিয়াও কথাষাৰ ভালকৈ সম্পূৰ্ণ কৰিব নোৱাৰে। অৱশ্যে মই আজিকালিৰ গ্ৰেজুৱেটৰ কথা হে কৈছোঁ। আগৰবিলাক এনে নাছিল।"

"আজিকালি ইংৰাজীত কোনেও আগৰ দৰে জোৰ নিদিয়ে। সেইবাবে এনেকুৱা হৈছে।"

"বাৰু, থোৱাঁ সেইবোৰ কথা। তোমাৰ খেলাত বৰ ফুৰ্ত্তি আছে দেখিছোঁ।"

"হয়, আছে। কলেজত মই ফুটবল আৰু ক্ৰিকেট দুয়োটাৰে কেপ্তেইন আছিলোঁ। টেনিচো মই বেয়া নেখেলোঁ।"

চাহাবে জেপৰপৰা পাইপটো উলিয়াই তাত ধপাত ভৰাই আঙুলিটোৰে আলফুলকৈ অকণমান হেঁচি ললে। তাৰ পিছত জুই-

চলাৰ কাঠি এটা মাৰি জ্বলাই লৈ পাইপটো চাহাবে চুটি আৰু দীঘলকৈ দুবাৰ হুঁপি ধোঁৱা কিছুমান মুখেদি উলিয়াই দি বিবেকানন্দক সুধিলে, "বাগিচাত কাম কৰিবা নে ?"

"কি কাম, কেৰেণী নে মহৰী ?"

"কেৰেণীও নহয়, মহৰীও নহয়। তোমাক যি কাম দিলে শুৱাব তেনে কামকে দিম।"

"কি কাম ?"

"এচিষ্টেণ্ট মেনেজাৰ।"

"মই বাৰু ঘৰত সুধি জনাম। এতিয়াই কথা দিব নোৱাৰোঁ।"

"কি সুধিব লাগিছে ? ঘৰত কোন আছে ? বিয়া কৰাইছাঁ ?"

"কৰাইছোঁ।"

চাহাবে অসমীয়া কিছু জানে আৰু অসমীয়া কেৰেণী মহৰীৰ লগত বাগিচাত অসমীয়াতে কথা পাতে। বিবেকানন্দক চাহাবে কলে, "ঘৈণীক মোৰ চেলাম দিব। বাগিচাৰ কাম ভাল আছে, দৰমহা ভাল আছে। তোমাক ভাল লাগিছে দেখি কাম দিব খুজিছোঁ, আনক নিদিয়ে।"

উলটি ঘৰ পাই বিবেকানন্দই ঘৈণীয়েকক চাহাবৰ চেলাম দিলে। সীমাই সকলো শুনিলে, কিন্তু একো উৎসাহ নেদেখুৱালে। সীমাক মনে মনে থকা দেখি বিবেকানন্দই কলে, "ক'তা একো নকলা দেখোন। কতই কত ৰকমে খাটি-মেলিও এনে কাম পোৱা নাই, মোক চাহাবে নিজে উপযাচি কাম দিবলৈ ওলাইছে। শুনি তুমি কিমান ভাল পাবা বুলি ভাবিছিলোঁ, কিন্তু তুমি মুখেৰেই নমতা হলা।"

এইবাৰ সীমাই মাতিলে, "নেলাগে বাগিচাত এচিষ্টেণ্ট মেনেজাৰ হবগৈ। আমাৰ মাষ্টৰিয়েই ভাল। পাৰাঁ যদি এম-এটো দিয়াঁ, দি পাছ কৰি কলেজত সোমোৱাঁ ; বাগিচাৰ মেনেজাৰ নহলেও হব।"

"দেখিছাঁই নহয় আমাৰ অৱস্থাটো। খাই-বৈ আছোঁ হয়তো একৰকম। কিন্তু দৰকাৰ হলে পঞ্চাশ টকা নেলাগে কুৰি টকা

ৰূপো উলিয়াই দিব নোৱাৰোঁ। কলেজত লেকচাৰাৰ হোৱাৰ কথা কৈছোঁ। এম-এ পৰীক্ষাটো দিয়াকে মোৰ দেখোন নহ'লগৈ, হোৱাৰো আশা নাই। এচিষ্টেণ্ট মেনেজাৰকে কৰোঁ দিয়াঁ, পোনতেই এহেজাৰ টকা পাম।"

সীমাই বিবেকানন্দৰ মুখতে ধৰিলে, "এহেজাৰ টকা পালে নো কি হ'ব? যিমানে পাবা সিমানে খৰচ বাঢ়িব। এতিয়া এযোৰ জোতাৰেই চলিছে, তেতিয়া যোৰে যোৰে জোতা লাগিব, সাজ-পোছাকো তেনেকৈয়ে। মই এতিয়া ঘৰত শুদা ভৰিৰে আৰু বাহিৰত একেযোৰ জোতাৰেই দুবছৰ চলাইছোঁ। তেতিয়া তো নহ'ব। তোমাৰ মান ৰাখিবলৈকে মই তেতিয়া যোৰে যোৰে জোতা ল'ব লাগিব, বিধে বিধে পোছাক ল'ব লাগিব, পিন্ধিব লাগিব। তুমি তো চাহাব হ'বাই, ময়ো হ'ব লাগিব মেমচাহাব। মাহেকৰ মূৰত চাবা এহেজাৰ টকাৰ দহ টকাও নেথাকিবগৈ। পুলিনৰ কথাকে নো ভাবি নোচোৱাঁ কিয়?"

"কোন পুলিন?"

"পুলিন চৌধুৰী, আৰু কোন?"

"তাৰ নো কি হ'ল?"

"কি হ'ব আৰু? টকাৰে জোৰাব পৰা নাই, ধাৰ লাগিছে হেনো।"

"কোনে ক'লে?"

"ঘৈণীয়েকেই কৈছে, ৰেখাই।"

"মদ খায় হ'বলা, নহ'লে ধাৰ লাগিব কিয়?"

"ৰেখাই দেখোন কৈছে পুলিনে মদ নেখায়, তথাপিও ধাৰ লাগিছে।"

"নাই নাই, মই বিশ্বাস নকৰোঁ। পুলিনে যদি মদ নেখায় তেনেহ'লে নাই বহুত টকাৰ ইন্সিওৰেঞ্চ কৰিছে নতুবা বেঙ্কত টকা জমাইছে। পুলিনে যদি নাই জমোৱা তেনেহ'লে ৰেখাই জমাইছে।

আগৰখন মটৰ বেচি সিদিনা আকৌ নতুনকৈ এখন মটৰ লৈছে, দেখিছাঁই নহয়।"

"ৰেখাৰ ধুন-পেঁচো তো কম নহয়। দিনটোত বোলে চাৰিটা সাজ সলায়, মাহে মাহে বোলে এশ-ডেৰশ টকাৰ কাপোৰ-কানিকৈ কিনে। ক্লাবলৈ যাব লাগে নহয়, সেইবাবেই সাজ-পোছাক ইমানকৈ লয় হবলা। মই হলে ক্লাবলৈ যাব নোৱাৰিম।"

"কেলেই? সাজ-পোছাক বেছিকৈ লব লাগিব বুলি নে কি? ৰেখাৰ দৰে ফেচুলুকা নেসাজিলেও হব। যি এনেয়ে সুন্দৰ তাক বিচিত্ৰ কাচোন লাগিছে বা কেলেই?"

এই প্ৰশংসা শুনি সীমাৰ বৰ ভাল লাগিল। মুনিহৰ মুখত প্ৰশংসা শুনি কোন তিৰোতাৰ নো ভাল নালাগে? আগতেও বিবেকানন্দৰ মুখত সীমাই এনে প্ৰশংসা অনেক শুনিছে, শুনি সীমাই আমনি নাপায়, যিমানেই শুনে সিমানেই শুনি থাকিবৰ মন যায়। বিবেকানন্দয়ো সেই কথা জানে, আৰু ইয়াকো জানে যে সীমা যিমানেই কঠিন হৈ থাকক, প্ৰশংসাৰ পুষ্পাঞ্জলি পালে নোকোমলাকৈ নাথাকে। এই বাৰো সীমা কুমলিল।

সীমাই কলে, "অকল ফেচুলুকা সজাৰ কথাই নহয়। মই ক্লাবত ইংৰাজী কমগৈ কেনেকৈ? কবলৈ মই ইংৰাজী জানোৱেই বা কি বুজোঁৱেই বা কি?"

"মই শিকাই দিম নহয়, একো ভয় নাই। কেইটামান কথা জানি থলেই কাম চলাই দিব পাৰিবা। যেনে, থেঙ্ক ইউ, গুড মর্ণিং, গুড আফ্‌টাৰণুন, গুড ইভিনিং, গুড নাইট; তাৰ পিছত ন', ইয়েচ, প্লীজ, বেগ্ ইয়ৰ পাৰ্ডন, হাউ ডু ইউ ডু বা হাউ-ডু-ডু। গতি-গোত্ৰ চাই মুৰ দুপিয়াবা, কথা বুজাৰ ভাও জুৰিবা, মিচিকিয়াবা, হাঁহিবা। ৰেখাই যেতিয়া কাম চলাব পাৰিছে তুমিও পাৰিবা। তুমি মেট্ৰিকুলেছনটোকে পাছ কৰিলা, ৰেখাই নৱমমানৰপৰা দশমমানলৈকে উঠিব নোৱাৰিলে।"

বিবেকানন্দলৈ এক অপূৰ্ব্ব ভঙ্গীৰে চাই সীমাই কলে, "বাৰু, হৈছে হৈছে।"

"কি হৈছে হৈছে! একো হোৱা নাই। আহাঁ এতিয়া।"

"কলৈ? ভিতৰলৈ?"

"ভিতৰলৈ নহয়, অন্তৰলৈ।"

৪

সীমা আৰু মিনতি দুয়োৰে ওপৰত বস্তিৰ খং। বিবেকানন্দৰ ইমানখিনি হোৱাৰ পাছতো সীমাই বিবেকানন্দক ভাল পাই বিয়া কৰোৱাটো ঠিক হল বুলি বস্তিয়ে এতিয়াও নাভাবে। সীমাৰ ঠিক হলেও মিনতিৰ কেতিয়াও ঠিক হোৱা নাই পৰমানন্দক ভাল পোৱাটো। বিবেকানন্দৰ লগত পৰমানন্দৰ তুলনাই নহয়—দেখাতো, বিদ্যা-বুদ্ধিতো। বিবেকানন্দই মাষ্টৰি কাম এটাকে কৰিছিল, পৰমানন্দৰ কাম-কাজো এটা নাই, পাছো কৰিছে মুঠেই আই-এচ্-চি হে। বস্তিয়ে ভাবে, আৰু মুখ ওন্দোলাই পেলায়। সীমাক লগ ধৰি ভালকৈ এষাৰ শুনাই দিবৰ বস্তিৰ মন যায়। বস্তিয়ে জানে এই প্ৰেম-কাহিনীৰ সূত্ৰপাত হয় সীমাৰ তাতেই।

পৰমানন্দ বিবেকানন্দৰ ভায়েক। আই-এচ্-চি পাছ কৰি পৰমানন্দই অৱশ্যে নপঢ়াকৈ থকা নাছিল। পিছে লগতে পঢ়া ছোৱালী এজনীক প্ৰেম নিবেদন কৰি প্ৰতিদান নাপাই তাইক অপমান কৰাত গালত তাইৰ হাতৰ চৰ যে পালেই, কলেজৰপৰাও বপুৰা বৰখাস্ত হল। শাস্তিৰ মিয়াদ শেষ হোৱাতো পৰমানন্দ আৰু কলেজলৈ ঘূৰি নগল। পঢ়িব-শুনিব নলগীয়া, কাম-কাজ নোহোৱা আৰু কোনো দায়িত্ব নথকা আৰু দায়িত্বজ্ঞান নুবুজা ডেকা লৰাই যি কৰে তাকে কৰি অৰ্থাৎ খাই-বৈ-শুই আড্ডা মাৰি ঘূৰি-পকি পৰমানন্দই পৰম আনন্দেৰে দিন নিয়াবলৈ ধৰিলে।

এদিন যাওক পৰমানন্দ বাগিচাত ককায়েক আৰু নবৌৱেকৰ

লগত দুদিনমান থাকি আহিবলৈ। কিন্তু এই বাৰ চাহগছেৰে চাৰিও-ফালে জুমুৰি দি ধৰা আৰু নানা তৰহৰ ফুলে জাতিস্কাৰ কৰি তোলা ককায়েকৰ চাং-বঙলাত "দেবী নে মানবী ঐ মাধুৰীৰ ছবিটি"ৰ আবিৰ্ভাৱ। মিনতি আহি আছেহি। পৰমানন্দই নবৌৱেকক সুধিলে, "এই ইয়ং লেডী কোন ?"

"আকাশৰ জোন।"

"ওচৰ চাপিব পাৰি নে ?"

"নোৱাৰি। ওচৰ চাপিলে পুৰি ছাই কৰি পেলাব, একেবাৰে জুই।"

"বাৰু, দেখা যাব।"

ইয়াৰ পিছৰ বাৰ নহয়, পিছৰ বাৰৰ পিছৰ বাৰ মিনতি আহোঁতেই দেখা গল। মিনতি অহাৰ পিছ দিনাই পৰমানন্দ ওলালহি। অকস্মাতে আহি পৰমানন্দ ওলালহি নে, নাই মিনতি অহাৰ গম পাই আহিল, নাই দুয়ো পৰামৰ্শ কৰিয়েই আহিল সীমাই একো বুজিব নোৱাৰিলে। দুয়োৰো ওপৰত নজৰ ৰাখিলে সীমাই। পৰমানন্দৰ মতি-গতি সীমাই বঢ়িয়াকৈ জানে, ককায়েকেও জানে, —আৰু মিনতি। মিনতিৰ বয়সটোৱেই প্ৰলয়ঙ্কৰী, নিজৰ অভিজ্ঞ-তাৰপৰাই সীমাই সেই কথা কব পাৰে। সীমাই মিনতিলৈ চায়, আৰু চাই মুগ্ধ হৈ যায়, ইমান ধুনীয়া সঁচাকৈয়ে মিনতিজনী! নিজৰ দেওৰেক হলেও পৰমানন্দৰ লগত কিবা এটা মিনতিৰ হোৱাটো সীমাই বাঞ্ছা নকৰে।

ৰাতিপুৱাতে সীমাহঁতৰ চাহ খোৱা অভ্যাস—"বেড টি" অৰ্থাৎ পালেং চাহ। বিবেকানন্দ নীচেই পুৱাতে উঠে, সেইদেখি বিছনাতে নাখাই ডাইনিং ৰুমৰ মেজতে গৈ তেওঁলোকে চাহ খায়। মিনতিয়েও খায়। কিন্তু পুৱাতে বিছনা এৰা পৰমানন্দৰ কোষ্ঠীত লিখা নাই। বেহেৰাই চাহ নি পৰমানন্দক বিছনাতে দি আহেগৈ, আৰু তেওঁ বিছনাতে আধা-বহি-আধা-শুই এসোহা-দোসোহাকৈ আৰাম কৰি কৰি চাহ খায়। কিন্তু এইবাৰ বেহেৰাই নিব খোজোঁতেই তাৰ

হাতৰপৰা চাহপিয়লা লৈ মিনতিয়ে পৰমানন্দক বিছনাতে দি আহিলগৈ। সীমাৰ দেখি ভাল নালাগিল, মানা কৰিবলৈকো সীমাই ভাল নাপালে, কথা আৰু গহীন হৈ যায় বুলি।

বাইচাইকেলত উঠিয়েই পুৱা বিবেকানন্দই কামজাৰি চাবলৈ যায়। সেই দিনাও গল। পৰমানন্দই নবৌয়েকৰপৰা মটৰখনৰ ছাবিটো লৈ গেৰেজৰপৰা মটৰখন উলিয়াই পর্টিকলৈ আনি মিনতিক মাতিলে, "মিনু, গাৰী চলাবলৈ শিকিব খুজিছিলা নহয়, আহাঁ।" মিনতিয়েও যেন কথাষাৰ শুনিবলৈ হে বৈ আছিল, সাউংকৰে ভিতৰৰপৰা ওলাই আহি পৰমানন্দৰ কাষতে মটৰত বহিলহি। মটৰখনে ঢাপলি মেলিলে।

পৰমানন্দই মিনতিক "মিনু" বুলি যে মাতিলে সীমাই লক্ষ্য নকৰাকৈ নাথাকিল। পোনতে পৰমানন্দই মিনতিক "মিচ বৰুৱা" বুলি মাতিছিল, তাৰ পিছত "মিনতি", আৰু এতিয়া "মিনু"।

৫

মিনতিৰ দেউতাক ঘৰুৱা বিষয়ত গাত-কথা-নলগা বিধৰ মানুহ। কাৰবাৰী মানুহ তেওঁ, কাৰবাৰৰ আও-ভাও বুজে, সময়ৰ শৰ মাৰি কাম উদ্ধাৰ কৰিব জানে, এপইচাত কেনেকৈ দুপইচা ওলায় তাৰ ভু ভালকৈয়ে পায়। কিন্তু ঘৰত কি হৈছে কি নহৈছে, ঘৰৰ বতাহ কেনি বলিছে, সেই বিষয়ে তেওঁ মূৰ নঘমায়। বন্তিৰ ওপৰতে সকলো ভাৰ দি তেওঁ নিশ্চিন্ত।

একো একো দিনা বন্তিয়ে ভাবে, ভাল মানুহজনৰ লগত সঙ্গ হল, বাহিৰত ইমান শিয়ান, অথচ ঘৰত একেবাৰেই উদাসীন। বন্তি কেতিয়াবা অধাৰ হৈ পৰে, কিন্তু গিৰীয়েকৰ সেই একেটা কথা, "তুমি থাকোঁতে ঘৰৰ কথা মই কি ভাবিব লাগিছে! তুমি হলা ঘৰৰ ঘৰিণী, ঘৰৰ সৰ্ব্বেসৰ্ব্বা, সংস্কৃতত যাক 'গৃহিনী বোলে। ঘৰ কৰাৰ ভাৰ মোৰ, ঘৰ চলোৱাৰ ভাৰ তোমাৰ।"

বস্তিয়ে কয়, “ঘৰ চলোৱাৰ কথা কোৱা নাই। মিনুৰ কথা হে কৈছোঁ।”

“কি হৈছে, মিনুৰ কি হল ?”

“কি হব আৰু, মিনুৰ বিয়া দিবৰ বয়স হল।”

“এতিয়াই হল নে ? বিয়া দিবলৈ নো কি লৰালৰি লাগিছে ? থাককচোন এতিয়া যেনে দৰে আছে তেনে দৰেই।”

“পিছে, জীয়াৰী থাকিলে হে হৈছে।”

“জীয়াৰীয়ে নো কি কৰিছে ?”

“পৰমানন্দক বিয়া কৰাব খুজিছে।”

“বিয়া কৰাব খুজিছে যদি দিয়াঁ বিয়া পাতি, মই টকা দিবৰ হে গৰাকী।”

বস্তিৰ আৰু কথা নোলায়। বস্তিয়ে ভাবে, এনে মানুহৰ আগত এনেবোৰ কথা উলিওৱাও অন্যায়। বস্তিয়ে আৰু ভাবে, সমস্যাৰ সমাধান বস্তিয়ে নিজেই কৰিব লাগিব, গিৰীয়েকৰপৰা সেই বিষয়ে একো সহায় পোৱাৰ আশা নাই। বস্তিয়ে সমস্যাৰ সমাধান কৰিব, পৰমানন্দক বিয়া কৰিবলৈ মিনতিক কেতিয়াও নিদিয়ে।

এগ্রিকালচাৰেল কলেজৰ লেক্‌চাৰাৰ নবীন শইকীয়া, বিলাতত দুবছৰ থাকি বিলাতী ডিগ্রি লৈ আকৌ কামত ধৰিছেহি। শকত-আবত স্বাস্থ্যৱান ডেকা, পিন্ধনত ধুন-পেঁচ তেনে নাই, কিন্তু আছে মাৰ্জ্জিত ৰুচি, দেখাত জাকত জিলিকা তৰপৰ নহলেও জাকত একেবাৰে জাহ যোৱা বিধৰো নহয়। গাৱঁত ঘৰ। নবীনৰ মাক নাই, বাপেক এতিয়াও বৰ্ত্তমান।

বিলাতলৈ যোৱাৰ আগতে মিনতিহঁতৰ ঘৰলৈ নবীনৰ আহ-যাহ আছিল। এতিয়া বস্তিৰ উদ্গণিত আগতকৈ তেওঁৰ অহা-যোৱা বাঢ়িল। বস্তিৰ ওচৰত নবীনৰ খাতিৰো বাঢ়িল আগতকৈ। নবীন আহিলে বস্তিয়ে আদৰ কৰি ড্ৰয়িং ৰুমত বহুৱায়গৈ, মিনতিক চাহ-জলপান আনিবলৈ কয়, চেগ বুজি কিবা এটা কৰিব লগীয়া

আছে বুলি সিহঁত দুয়োটাকে তাতে এৰি পিছ ফালে বাৰী পায়গৈ।

এদিনৰ কথা। মিনতিয়ে চাহ এপিয়লা আনি নবীনক দিলেহি। শুদা চাহ, লগত একো জলপান নাই। মিনতিৰ হাতৰপৰা চাহৰ পিয়লাটো লৈ মুখলৈ নি নবীনে এসোহা চাহ খায়েই মুখ বিকটাই চাহখিনি মুখৰপৰা উলিয়াই দি চিয়ঁৰি উঠিল, "উঃ উঃ, মুখ বেজ-বেজাই গল, চেনি বুলি নিমখকে চাহত দিলা আজি!"

"এ, হয় নে কি? নিমখ দিয়া চাহকে খকচোন আজি।"

বস্তিয়ে গম পাই অৱশ্যে মিনতিক কেইষাৰমান ভালকৈয়ে শুনালে, আৰু মিনতিয়ে মাকৰ ফালে পোন্দোৱাকৈ চাই মুখেৰে একো নামাতি সেই যে ভিতৰ সোমাল মাকে মাতি মাতিও বাহিৰলৈ আৰু আনিব নোৱাৰিলে। বস্তিৰ আদেশ মতে চাকৰেই আনি নতুনকৈ নবীনক চাহ-জলপান দিলেহি।

তথাপিও নবীনে আশা ৰাখিছিল। আশা নাথাকিলেও মানুহে আশা ৰাখে। কিন্তু এদিন মিনতিয়ে এনে স্পষ্টকৈ কৈ দিলে যে নবীনৰ যিকণ আশা আছিল সেইকণো একেবাৰে মষিমূৰ হৈ গল। নবীনে আহি মিনতিক কৈছিলহি, "আজি আমাৰ কলেজত ভেৰাইটি শ্ব' আছে। তোমালৈ কালি ইউনিয়ন চেক্ৰেটেৰীৰ হতুৱাই নিমন্ত্ৰণী চিঠি দিয়াইছোঁ নহয়, নিশ্চয় পাইছাঁ। ওলোৱাঁ এতিয়া মোৰ লগতে। মই লৈ যাম আৰু থৈ যামহি।"

"মোক নিবলৈ আপুনি কষ্ট কৰিব নেলাগে। যাব খুজিলে মোক নিবলৈ মানুহ আছে।"

"কোন? পৰমানন্দ, যাৰ সমাজত কোনো ষ্টেটাচ্ নাই, যি এতিয়াও পৰমুখাপেক্ষী, নিজৰ জীৱিকা আৰ্জন কৰিবলৈকো যি অসমৰ্থ।"

"যিহকে ইচ্ছা যায় কক। আপুনি কিন্তু মিছাতে মোলৈ আশা কৰিছে।"

"কিয় ?"

"মোৰ ইচ্ছা। তাতকৈ আৰু মই একো নকওঁ।"

উত্তৰত নবীনে একো কবলৈকে নাপালে। মিনতি চকীখনৰ-পৰা উঠি ফোঁফোৱাই ভিতৰলৈ গুচি গল।

৬

বস্তিৰ এইবিলাক চক্ৰান্তৰ কথা গম পাই পৰমানন্দই বিলাতলৈ যাবলৈ ঠিক কৰিলে, নিজে নিজেই কলে, "এই কথাই কথা নহয়, বিলাতৰ পৰাই আহোঁগৈ। মোৰ গাত একো চাব নেদেখি হে মোক মানুহ যেনকে নেদেখে, বিলাতৰপৰা কিবা চাব এটা লৈ আহিলে একা !"

বিবেকানন্দৰ আগত কথাটো উলিয়ালত তেওঁ তভক্ মাৰি ৰৈ গল, কিন্তু সীমাই টপৰাই মাত লগালে, "বিলাতলৈ গৈ তুমি কি চাব লৈ আহিবাগৈ আই-এচ্-চি পাছ কৰা তোমাৰ এই বিদ্যাৰে ? চাব লব খুজিছাঁ যদি ইয়াতে প্ৰথমে লোৱাঁ, বি-এচ-চিটো পাছ কৰাঁ। যোৰহাট বা গুৱাহাটীত নপঢ়াঁ যদি যোৱাঁ কলিকতাতে পঢ়াঁগৈ। বিলাতলৈ তোমাক পঠালে ইমানবোৰ টকা পানীত হে পৰিব।"

"কেলেই পৰিব ? কেতিয়াও নপৰে।"

"কিনো পঢ়িবাগৈ তাত তুমি ?"

"কেলেই, ইঞ্জিনিয়েৰিং বা টেক্‌নিকেল কিবা এটা। ইঞ্জি-নিয়েৰিঙকে পঢ়িম। আমাৰ দেশত ইঞ্জিনিয়েৰৰ বৰ দৰ্কাৰ হৈছে নেজানা জানো ? ডিগ্ৰি এটা লব পাৰিলে তো কথাই নাই, ডিপ্লোমা এখন লব পাৰিলেও কিহৰ চিন্তা, চাকৰিৰ কাৰণে একো ভাবিব নেলাগিব। কিন্তু তুমি চাবা, মই ইঞ্জিনিয়েৰিং ডিগ্ৰিকে লৈ ঘূৰি আহিম, আৰু গৱৰ্ণমেণ্টে ভাল দৰমহা নিদিলে ডিগবইতে বা অসমৰ বাহিৰৰ আন কোনো ডাঙৰ প্ৰাইভেট ফাৰ্ম্মতে কামত সোমাম। ভাৰত স্বাধীন হল যদিও বিলাতী ডিগ্ৰি বা ডিপ্লোমাৰ

মোহ আমি এৰিব পৰা নাই। বিলাত-ফেৰতৰ যথেষ্ট মূল্য আছে।

নবৌৱেক-দেওৰেকৰ কথা শুনি আছিল বিবেকানন্দই দুনলীয়া বন্দুকটো চাফ কৰি কৰি। এই বাৰ তেওঁ মাত লগালে, "আছে নহয়, আছিল। একালত আমাৰ দেশত বিলাত-ফেৰতৰ যথেষ্ট মূল্য আছিল। কোনোবা বিলাতত কেই মাহমান থাকি ঘূৰি আহিব হে লাগে তেওঁ যেন স্বৰ্গ পাই আহিলগৈ। দুখন হাতৰ ঠাইত তেওঁৰ যেন চাৰিখন হাত হল। কিবা এটা পাছ কৰি আহিলে তো কথাই নাই। কিন্তু এতিয়া দিন উকলিল। এতিয়া বিলাতলৈ যোৱাও সহজ হল, ৰাম-হৰি-যদু আটায়ে যাবলৈ ধৰিলে, বিলাতী ডিগ্ৰি বা ডিপ্লোমা পোৱাৰ সংখ্যাও বাঢ়িল, আৰু আগৰ সেই খাতিৰ-সন্মানো গল। বিলাতত একো পিনে একো কৰিব নোৱাৰি ইয়ালৈ ঘূৰি আহি 'পুনৰ মূষিক' হোৱাৰ দৃষ্টান্তও বিৰল নহয়। তোৰ গতি-গোত্ৰ মই তো জানোৱেই, বিলাতলৈ গৈ তই কিবা এটা কৰিব পাৰিবি বুলি মোৰ মনে নধৰে।"

পৰমানন্দই ককায়েকৰ মুখলৈ চাই আছিল, আৰু চাই দেখিলে যে তেওঁ কথা কৈছিল যদিও তেওঁৰ দুচকু আছিল বন্দুকটোতে। বিবেকানন্দই বন্দুকো কিনিছে নতুনকৈ, চিকাৰীও হৈছে নতুনকৈ। কিছু দিনৰপৰা চিকাৰৰ নিচা তেওঁৰ গাত ভালকৈয়ে লাগিছে, সুবিধা পালেই চিকাৰলৈ যায়। পৰমানন্দই বুজিলে এনে সময়ত বিলাতলৈ যোৱাৰ কথা তেওঁ উলিয়াবই নালাগিছিল।

তথাপিও পৰমানন্দই কলে, "ইমান ভয় নো কৰিছা কিয়? পঠাই দিয়াঁচোন বাৰু মোক। দুবছৰত কিমান নো লাগিব টকা, ধৰাঁ দহ হেজাৰ। কাপোৰ কানি, যোৱা-অহাৰ খৰচ, তাত ধৰাঁ বাৰু পাঁচ হেজাৰ। পোন্ধৰ হেজাৰ টকাৰ বিনিময়ত মই যদি মানুহ হৈ আহিব পাৰোঁ তেনেহলে তোমাৰে খোচনাম।"

সীমাই মাত লগালে, “আৰু মই হবলা মাজতে বহঁীয়া পৰিয়েই ৰলোঁ।”

“কেলেই পৰিবা নবৌ? তুমি হলা ককাইদেউৰ বেটাৰ হাফ, খোচনামৰ আধাখিনি তোমাৰ।”

৭

পৰমানন্দৰ বিলাতলৈ যোৱা ঠিক হোৱা জানি আটাইতকৈ ভাল পালে বন্তিয়েই। বিলাতৰপৰা কিবা চাব এটা লৈ আহিলে পৰমানন্দলৈ মিনতিক দিবলৈ তেওঁৰ একো আপত্তি নাথাকিব। কিবা এটা হৈয়ে যে পৰমানন্দ বিলাতৰপৰা ঘূৰি আহিব সেই বিষয়ে তেওঁৰ অলপো সন্দেহ নাই।

বন্তিয়েই উখল-মাখল কৰি পৰমানন্দ বিলাতলৈ যাবৰ দিনা মিনতিক লৈ এয়াৰপৰ্টলৈ গল। ককায়েক আৰু নবৌয়েকৰ সৈতে পৰমানন্দ আগতেই এয়াৰপৰ্ট পাইছিলগৈ আৰু বন্তিহঁতৰ মটৰৰথন আহি নোপোৱালৈকে অলপ অস্থিৰ হৈয়ে বাটলৈ চাই আছিল। কেনেবাকৈ যদি মিনতি নোলায়হি, যদি প্লেইনত উঠাৰ আগতে তেওঁ মিনতিক এবাৰ দেখিবলৈ নাপায়, এষাৰ মাত লগাবলৈ নাপায়! মিনতি মটৰৰপৰা নামি তেওঁলোকৰ ফালে খোজ লোৱাৰ লগে লগে পৰমানন্দৰ মুখে-চকুৱে আনন্দৰ তিৰবিৰণি উঠিল।

ককায়েক, নবৌয়েক, বন্তি আৰু মিনতিৰপৰা বিদায় লৈ পৰমানন্দ প্লেইনত উঠিবলৈ গল। মিনতিৰ চকুত বাৰিষাৰ ধল, পৰমানন্দৰ চকুও ঢুলঢুলীয়া। পৰমানন্দৰ লগে লগে মিনতিও গল। বিবেকানন্দ আৰু সীমালৈ চাই বন্তিয়ে কলে, “চোৰাঁচোন চোৰাঁ, বৰ বঢ়িয়া যোৰ হব দুইটাৰে।” বন্তিয়ে নেদেখাকৈ সীমাই গিৰীয়েকলৈ চকু টিপিয়ালে। সীমাই বন্তিক কবলৈ ভাল নাপালে, নহলে কলেহেতেন, “পেহীদেউ, আগেয়ে দেখোন আপুনি পৰমানন্দৰ নাম শুনিলেও নাক সিকটায়। এতিয়া কেনে?”

বস্তিয়ে উৎসাহেৰেই মিনতিৰ দেউতাকক পৰমানন্দ বিলাতলৈ যোৱাৰ কথা জনালে। তেওঁ অলপ আচৰিত হোৱাদি হৈ সুধিলে, "বিলাতলৈ গল? কেলেই?"

"বিলাতৰপৰা শিকি-বুজি আহি মিনুক বিয়া কৰাবহি।"

"ই আকৌ কি কথা? বিয়া কৰাবলৈ হলে বিলাতত শিকি-বুজি আহিব লাগে নে কি? মই দেখোন বিলাতত শিকি-বুজি নহাকৈয়ে তোমাক বিয়া কৰালোঁ।"

"আপোনাক বুজাই নকলে আপুনি আৰু নুবুজে। পৰমানন্দ বিলাতলৈ গৈছে পঢ়ি-শুনি ঘুৰি আহি ভাল চাকৰি কৰি ধন ঘটিবলৈ।"

"ধন ঘটিবলৈ! ধন ঘটিবলৈ বিলাতত পঢ়িবলৈ যাব লাগে নে কি, নাই চাকৰিকে কৰিব লাগে? মই দেখোন সেইবোৰ একো নকৰাকৈঁয়ে ধন ঘটিছোঁ। পৰমানন্দই ধন নো ঘটিব লাগিছে কিয়? মোৰ নো ধনবোৰ খাব কোনে? আমাৰ দেখোন মিনুৰ বাহিৰে লৰাও নাই ছোৱালীও নাই।"

বিলাত পায়েই পৰমানন্দই মিনতিলৈ চিঠি দিলে। দীঘল চিঠি। বাটত পৰমানন্দই ক'ত কি দেখিলে, ক'ত কি শুনিলে, লগৰ যাত্ৰীবোৰৰ ধৰণ-কাৰণ, যি যি ঠাইত প্লেইন ৰৈছিল তাত দেখা মানুহবিলাকৰ আও-ভাও ইত্যাদিৰ বিশদ বৰ্ণনা, আৰু শেহত ওৰে-বাটত মিনতিলৈ ঘনে ঘনে মনত পৰি থকাৰ কথা লিখি আন্তৰিক ভালপোৱা নিবেদন। চিঠিখন এবাৰ নহয় দুবাৰো মিনতিয়ে পঢ়িলে, প্ৰথম বাৰ লৰালৰিকৈ, পিছৰ বাৰ লাহে-ধীৰে প্ৰত্যেকটো বাক্যৰে অৰ্থ ভাল দৰে হৃদয়ঙ্গম কৰি। অন্তৰত মিনতিৰ এক অপূৰ্ব্ব অনুভূতি। মাকৰ উচপিচনিত মিনতিয়ে ভালপোৱা নিবেদনৰ কথাখিনি বাদ দি মাকক চিঠিখন পঢ়ি শুনালে।

চিঠি আহিয়েই থাকিল। মিনতিৰপৰাও চিঠি গল। চিঠি অহাৰ দিন পালেহিয়েই মিনতি উত্ৰাৱল হৈ পৰে, পিয়নলৈ

বাহিৰতে বহি বৈ থাকে, এদিনমান কেনেবাকৈ পলম হলে অতিষ্ঠ হৈ উঠে, আৰু চিঠি দিয়াত দেৰি কৰিলে পৰম'নন্দলৈ খং কৰি অভিমান কৰি কৈফিয়ৎ তলব কৰি চিঠি লিখে। চিঠি পালেই উত্তৰ লিখিবলৈ মিনতি বহি যায়, কিন্তু মনৰ ভাব সম্যকৰূপে বুজাব পৰা ভাষাকে বিচাৰি নাপায়, ভাবে উদুলি-মুদুলি দি ধৰে, সেই মতে ভাষা নোলায়। এখন চিঠি ফালি আকৌ এখন লিখি, সেইখন পঢ়ি চাই ভাল নাপাই সেইখনো ফালি, এনেকৈ তৃতীয়খন, চতুৰ্থখন বা কেতিয়াবা পঞ্চমখন লিখি শেষ কৰি মিনতিয়ে চিঠিত কোমল ওঁঠৰ পৰশ দি লেফাফাত ভৰাই বন্ধ কৰি নিয়াৰিকৈ বিযোগ লিখি ডাকত দিয়ে। মটৰখনত উঠি মিনতি নিজেই ডাকঘৰলৈ যায়, আৰু ডাকঘৰৰ আগত মটৰ ৰখাই ড্ৰাইভাৰটোৰ হতুৱাই চিঠিখন ডাক-বাকচত ভৰাই দিয়ে, আৰু সি যে ঠিক ভৰাইছে তালৈ চাই থাকে।

পৰমানন্দই চিঠিত মিনতিলৈ মৰম-ভালপোৱা জনোৱাৰ উপৰিও অনেক কথাই লিখে। পোনতে তেওঁৰ বোলে বিলাতখন ভাল নালাগিছিল, লাহে লাহে ভাল লাগি আহিছে, অক্সফোৰ্ড, কেমব্ৰিজ আৰু এডিনবৰালৈ গৈছে, ষ্ট্ৰেটফোৰ্ড-অন-এভনলৈ গৈ চেক্সপীয়েৰ জয়ন্তী চাইছে, ভাৰতীয় লৰা অনেকক লগ পাইছে, অসমীয়া লৰা জনচেৰেককো, ইত্যাদি ইত্যাদি।

কিন্তু পৰমানন্দই বিলাতত ইঞ্জিনিয়েৰিং পঢ়া বিষয়ত কিমান দূৰ আগ বাঢ়িছে সেই বিষয়ে একো নিলিখে।

৮

সীমাৰ লৰাৰ অন্নপ্ৰাশন। তাৰ কাৰণে কেই দিনমানৰ আগতে বাসন্তী আহি আছেহি। অন্নপ্ৰাশনৰ আগ দিনা গধূলি দুয়ো পিছ ফালৰ বাৰাণ্ডাতে বহি, ওচৰতে হটঙা এলুচেচিয়ান কুকুৰটো। কৃষ্ণচূড়া এজোপাৰ ওপৰেদি জোনটো লহপহকৈ ওলাই আহিছে

আৰু গোটেইখনতে জোনাকৰ জিলমিলনি উছলি পৰিছে। নিৰ্ম্মল আকাশ, এচপৰা ডাৱৰ নাই।

বাসন্তীয়ে সুধিলে, "এতিয়া অসমীয়া কি মাহ সীমা ?"

"আহিন মাহ।"

বাসন্তীয়ে সুৰ লগাই গালে—

শৰত কালৰ ৰাত্ৰি মহা বিতোপন
ৰাসক্ৰীড়া কৰিবাক কৃষ্ণৰ ভৈলা মন।

গোৱা শেষ হোৱাৰ লগে লগে সীমাই কৈ উঠিল, "পিছে ৰাধিকা, ৰাগ-পদ টানিয়েই কাল কটাবি নে কি ? বিয়া-বাৰু নকৰ জানো ?"

"কৰিম। কেলেই নকৰিম ?"

"কিমান দূৰ আগ বাঢ়িছ ?"

"বঁৰশী পেলাইছোঁ। মাছে খুটিয়াইছে, টোপ গিলা নাই।"

"পুথি-খলিহা নে ৰৌ-চিতল ?"

"পুথি-খলিহাও নহয়, ৰৌ-চিতলো নহয়। ৰৌবে বংশাবতংশ, বাহু।"

"কোন নো কচোন।"

"কম বাৰু। কবলৈ সময় উকলি যোৱা নাই।"

এনেতে মিনতিক আগত লৈ বিবেকানন্দ তেওঁলোকৰ কাষ পালেহি। তেওঁ মটৰখন লৈ মিনতিক ষ্টেছনৰপৰা আনিবলৈ গৈছিল। লাইটটো এতিয়ালৈকে জলোৱাই হোৱা নাছিল। সীমাই খপ্জপ্ কৈ উঠি চুইচটো টিপি লাইটটো জলাই দিলে, আৰু মিনতিলৈ চাই পঠালে। মিনতিৰ পিন্ধনত সেউজীয়া ৰঙৰ মেখেলা আৰু চাদৰ আৰু সেই ৰঙৰে "চলি", ব্লাউজ নহয়। মূৰত গোটেই খোপাটো মেৰাই বগা ফুলৰ চাকি এধাৰ।

বাসন্তীয়েও মূৰৰপৰা ভৰিলৈকে মিনতিক এবাৰ চালে, আৰু চোৱাৰ লগে লগে বাসন্তীৰ মুখৰপৰা ওলাই গল—

সেউজীয়া সাজ কেলেই পিন্ধিলি
এনেয়ে ধুনীয়া তই,
ঘোৰ ডাৱৰৰ বিজুলী চমক
উপমা নিদিওঁ মই।

তাৰ পিছত বাসন্তীয়ে মিনতিৰ গালে-মুখে চকুৱে-চুলিয়ে পাৰেমানে চুমা খাই মিনতিৰ থুঁতৰি জোকাৰি সাবট মাৰি আনি চকী এখনত বহুৱাই দি কৈ উঠিল, "তই আহিবি বুলি যে জনাই নাছিলোঁ! এইজনীয়েও মোক কোৱা নাই নহয়।" এই বুলি বাসন্তীয়ে সীমালৈ আঙুলিয়াই দিলে।

সীমাই কলে, "আগতে কোৱা হলে এতিয়া ইমানখিনি ৰং পালিহেতেন জানো?"

বাসন্তী আৰু মিনতি গুৱাহাটীত কলেজত একেলগে পঢ়িছিল, আৰু তেতিয়া তেওঁলোক দুয়ো কোনেও কাকো এৰিব নোৱৰা বন্ধু হৈ পৰিছিল। বাসন্তীৰ দুখ মিনতিয়ে বি-এ পাছ কৰাৰ পাছত আৰু পঢ়িবলৈ নগল। চিঠি-পত্র দিয়াদিয়ি আছিল যদিও লাহে লাহে কিছু শিথিল হৈ আহিছিল। অৱশ্যে দুয়োৰো প্রতি দুয়োৰো টান গভীৰ হৈয়ে আছিল।

মিনতিৰ পৰমানন্দ পৰ্ব্বৰ বিষয়ে বাসন্তীয়ে মোটামুটিকৈ জানে। এতিয়া মিনতিক পাই "কচোন, তোৰ কথাবোৰ কৈ যাচোন, মই শুনো," এই বুলি বাসন্তীয়ে সুৰ লগাই গালে —

তোমাৰ গোপন কথাটি সখী, ৰেখ না মনে
শুধু আমায়, বোলো আমায় গোপনে।
ওগো ধীৰমধুৰভাষিণী, বোলো ধীৰমধুৰ ভাষে—
আমি কাণে না শুনিব গো, শুনিব প্রাণেৰ শ্রবণে।
তোমাৰ গোপন কথাটি সখী, ৰেখ না মনে।

মিনতিয়ে আদ্যোপান্ত বিবৰি কলে। সকলো শুনি বাসন্তীয়ে সুধিলে, "পিছে এতিয়া বিৰহী যক্ষৰ খবৰ কি? চিঠি সপ্তাহত

কেইখনকৈ আছে? চিঠিত কি থাকে? ফুলৰ সৌৰভ, ভ্ৰমৰৰ গুঞ্জন, মলয়ৰ কঁপনি, ফাগুনৰ হিল্লোল, অন্তৰদাহী তৃষ্ণা, দুৰ্দ্দমনীয় বাসনা আৰু অফুৰন্ত প্ৰেমৰ সংলাপ? চিঠি পালে গোটেই গাতে আগলি কলপাতৰ দৰে শিহৰণ উঠে নে? পঢ়ি পঢ়ি পঢ়ি চকু মুদ খাই আহে নে, চকু মুদ খালেও টোপনি নহাকৈ থাকে নে, আৰু টোপনি চিলমিলকৈ আহিলেও সোণালী সপোনে মায়াজাল ৰচনা কৰে নে? কচোন যক্ষজায়া, মোক তই কচোন, শুনি শুনি মোৰ জীৱন সাৰ্থক হক।"

"বলিয়ালিখন আৰম্ভ কৰিলি আকৌ। তই দেখিছোঁ আগৰ দৰেই আছ। অলপো সলনি হৈছে যদি তোৰ!"

"সঁচাকৈ কৈছ নে মিনু? নাই হোৱা নে? অলপো মোৰ সলনি হোৱা নাই নে? এনেকৈ সলনি নোহোৱাকৈয়ে যেন মই থাকিব পাৰোঁ, হে পৰমেশ্বৰ।"

বাসন্তীয়ে ওপৰলৈ চাই দুই হাত জুৰি প্ৰণাম নিবেদন কৰিলে।

৯

পৰমানন্দৰপৰা চিঠি অহাত লাহে লাহে পলম হবলৈ ধৰিলে। প্ৰথমতে সপ্তাহত এখনকৈ চিঠি মিনতিলৈ আহিছিল, কোনো সপ্তাহত দুখনকৈও। লাহে লাহে চিঠি এখন পাবলৈ মিনতিয়ে দহ-বাৰ দিন বাট চাব লগীয়া হল, পিছত তাতকৈও বেছি দিন। মিনতিয়ে কৈফিয়ৎ তলব কৰিবলৈ এৰি দি অনুনয়-বিনয় কৰি পৰমানন্দলৈ চিঠি দিবলৈ ধৰিলে।

এনে এখন চিঠিৰ উত্তৰত পৰমানন্দই যি লিখিলে তাৰ সংক্ষিপ্ত মৰ্ম্ম এয়ে যে তেওঁ এতিয়া বৰ ব্যস্ত, বহুত পঢ়িব লগীয়া হৈছে, আগত এটা টান পৰীক্ষা আছে, নিয়মমতে চিঠি দিব নোৱৰা বাবে মিনতিয়ে যেন বেয়া নাপায়। মিনতিক তেওঁ পাহৰা নাই, পাহৰিব নোৱাৰেও, তেওঁ সেই দিনালৈ অপেক্ষা কৰি আছে যিদিনা তেওঁ

ঘূৰি আহি অসম পাই মিনতিক দেখা-শুনাকৈ আপোনাৰো আপোন কৰি লব পাৰিব। মিনতিৰ সৰল-উদাৰ মনত সন্দেহৰ আৰু একো কাৰণ নাথাকে।

পৰমানন্দৰ চিঠি আহিলে মিনতিৰ লগতে বন্তিও উৎফুল্ল হৈ উঠে। মিনতিয়ে পৰমানন্দ পঢ়াত বৰ ব্যস্ত আছে বুলি জনালত মাকে জীয়েকক কলে, "দিনে-ৰাতিয়ে পঢ়াত লাগি স্বাস্থ্যলৈ যেন আকৌ আওহেলা নকৰে। স্বাস্থ্য পৰম ধন। তই পৰমালৈ লিখি পঠাবি, লাগিলে মই কৈছোঁ বুলিয়েই লিখিবি।"

বন্তিৰ হাই ব্লাড প্ৰেচাৰ আছে, মাজে মাজে তাৰপৰা ভুগি থাকে। সেই দেখিয়েই হবলা তেওঁ আনক স্বাস্থ্যৰ যত্ন লবলৈ উপদেশ দিয়ে, নিজৰ স্বাস্থ্যলৈ যদিও সিমান মন-কাণ নকৰে আৰু ডাক্তৰৰ উপদেশো বৰকৈ মানি নচলে।

মিনতিয়ে কলে, "বাৰু মই লিখি পঠাম। তুমি কৈছা বুলিয়েই লিখিম।"

অলপ পৰ টলকা মাৰি থাকি বন্তিয়ে জীয়েকক সুধিলে, "মিনু, মোৰ কথা পৰমাই চিঠিত একো নিলিখে নে?"

"কেলেই নিলিখে? লিখে।"

"কি লিখে?"

"তোমাৰ গা কেনে আছে সোধে, খোৱা-বোৱাত ডাক্তৰৰ কথা মতে তোমাক চলিবলৈ কয়, আৰু প্ৰত্যেক চিঠিতে তোমালৈ সেৱা জনায়।"

প্ৰকৃততে কিন্তু কোনো চিঠিতে পৰমানন্দই বন্তিৰ নামকে উল্লেখ নকৰে, সেৱা জনোৱা যে দূৰৰ কথা। মাকে ভাল পাব বুলিয়েই মিনতিয়ে তেনেকৈ মিছাকৈয়ে কলে, আৰু বন্তিয়েও শুনি সঁচাকৈয়ে বৰ ভাল পালে।

বন্তিয়ে কলে, "বুজিছ মিনু, মই ভুল বুজিছিলোঁ। পৰমা লৰাটো সঁচাকৈয়ে ভাল। তই ঠিকেই পচন্দ কৰিছিলি, মই হে আগতে বুজিব নোৱাৰিছিলোঁ। এতিয়া বুজিছোঁ।"

এনেকৈয়ে কিছু দিন গল। ক্রমাৎ পৰমানন্দৰপৰা একেবাৰে চিঠি নহা হল। মিনতিয়ে পৰীক্ষা হৈ গল নে নাই আৰু পৰীক্ষা কেনে হল বুলি সুধি এখন নহয় দুখন নহয় তিনিখন চিঠি দিলে, কিন্তু একো উত্তৰ নাহিল। কিজানি পৰীক্ষাৰ পিছত পৰমানন্দ কন্টিনেণ্টত ফুৰিবলৈ গৈছে! ফুৰিবলৈ গলে আৰু চিঠি দিব নোৱাৰি নে? কিজানি পৰমানন্দই চিঠি নিজে ডাক-বাকচত নিদি কাৰোবাক দিবলৈ দিলে, আৰু যাক দিলে তেওঁ ডাক-বাকচত নিদি চিঠিবোৰ ফালি-ছিৰি পেলাই দি টিকটবোৰ লৈ থলে! কিজানিবা চিঠি বিলাতৰপৰা ঠিক মতেই আহিছে, আমাৰ ইয়াৰ ডাকঘৰৰ দোষত হে পোৱা নাই। ডাকঘৰীয়া বেমেজালি আজিকালি তো সদায় আছেই। মিনতিৰ মনলৈ এনেবোৰ ভাব আহে। মিনতিয়ে মানুহ পঠাই আৰু নিজেও ডাকঘৰলৈ গৈ পোষ্টমাষ্টৰক লগ ধৰি খবৰ কৰে। পোষ্টমাষ্টৰৰ একেষাৰ কথা—চিঠি অহা নাই।

মিনতিৰ দেউতাকৰ কাৰবাৰৰ অংশীদাৰ শৰৎ বৰপূজাৰী। তেওঁৰ পুতেক প্রশান্তই বিলাতত ডাক্তৰী পঢ়ে। বন্তিয়ে তেওঁলৈ চিঠি এখন লিখি সুধি পঠালে অলপ খবৰ কৰি পৰমানন্দই নো বিলাতত কি কৰিছে কি মেলিছে জনাবলৈ। প্রশান্তৰপৰা সোনকালেই উত্তৰ আহিল। তেওঁৰ চিঠিত মুঠেই চাৰি শাৰী আখৰ। প্রশান্তই লিখিলে, "পৰমানন্দই ইয়াতে বিয়া কৰাই বিলাতী ঘৈণীয়েকৰ সৈতে সুখেৰেই আছে। ইয়াৰ ফাৰ্ম্ম এখনত কাম কৰে। বিয়াৰ কথা ইয়াৰ সৰু কাগজ এখনতো ওলাইছিল। কাগজখনৰপৰা কাটি আপোনালৈ কথাখিনি পঠালোঁ।"

১৯৬১

# বাঁহীৰ সুৰ

লৰাটোৰ নাম উদয়। আকাশৰপৰা পৰাদি সি এদিন গাওঁখনলৈ আহিল আৰু হলিৰাম কলিতাৰ ঘৰত হালোৱা সোমাল।

হলিৰামে নিজে হাল বাই খেতি কৰে। মাটি সাত পূৰা। আটাইখিনি মাটি নিজে চম্ভালিব নোৱাৰে দেখি হলিৰামে চাৰি পূৰা মাটি নিজে বোৱে, বাকী তিনি পূৰা আধি দিয়ে। কিন্তু আটাই কেইপূৰা মাটি নিজে বোৱাৰে তেওঁৰ ইচ্ছা। হালোৱা এটা এনেকৈ হঠাতে পাই তেওঁৰ মন ভাল লাগি গল। তিনিটা গৰু আছেই, আৰু এটা হলেই দুহাল হব। দক্ষিণহেঙেৰা হাটলৈ ইটো গৰুৰ জোৰৰ গৰু এটা আনিবলৈ তেওঁ দিন-বাৰ গণিলে।

ভৰালৰ আগডোখৰ খোলা। এনেয়ে পৰি থাকে, থবলৈ ঠাই নোহোৱা কিবা বাহিবা বস্তু থব লগা হলে তাতে থয়, কেতিয়াবা চোতালত নেমাৰি তাতে মৰণাও মাৰে। তাতে বাঁহৰ চাং এখন সাজি উদয় থাকিবলৈ ললে। কেইদিনমান হে সি তাত থাকিল, কাৰণ ভৰালৰ আগডোখৰ জপ্তাল নোহোৱাকৈ ৰখা দৰকাৰ। ভৰালৰ ওচৰতে হলিৰাম আৰু উদয় দুয়োৰো পৰিশ্ৰমত বাঁহ আৰু খেৰৰ জুপুৰী এটা তিনি দিনমানতে হৈ উঠিল।

উদয় কৰ মানুহ, সি কৰ পৰা আহিছে, ইয়াৰ আগতে সি ক'ত আছিল, একো কথা হলিৰামেও তাক সুসুধিলে আৰু সিও নকলে। সি যে অসমীয়া নহয় তাক দেখিয়েই হলিৰামে বুজিলে আৰু সি যে কোনোবা চাহ-বাগিচাৰপৰা পলাই অহা বনুৱা লৰা তাকো হলিৰামে নুবুজাকৈ নাথাকিল। এনেকৈ চাহ-বাগিচাৰ বনুৱা পলাই মানুহৰ ঘৰত বছেৰেক বা তাতকৈ বেছি দিন থাকি

পলায়েই বা কৈ-মেলিয়েই গুচি যায়, থিতাপি হৈ একে ঠাইতে নাথাকে। ইও যাবগৈ, হলিৰামে ভাবিলে, সকলোৱেই যাবগৈ, যি কেইদিন থাকে সেই কেই দিন ঠিক মতে থাকিলেই হল।

আহোঁতে উদয়ৰ হাতত আছিল এটা টোপোলা। কাপোৰ দুডোখৰমানৰ বাহিৰে তাত আছিল এটা বাঁহী! বাওঁ কানত সি ওলোমাই আনিছিল আঠুৰ তললৈকে পৰা এখন দীঘল ধেনু আৰু পিঠি ফালে ডিঙিত ওলোমাই লোৱা বাঁহৰ চুঙা এটাত এসোপামান কাঁড়। এইখিনি সাহোনকে লৈ ভৰালৰ আগৰপৰা আহি সি জুপুৰীটোত সোমাল, আৰু হলিৰামে দিয়া সতৰঞ্চী আৰু গাৰু এটাৰে চাঙত বিছনা পাতি গাৰুৰ তলতে বাঁহীটো সুমাই থলে। ধেনু-কাঁড় আৰু টোপোলাৰ কাপোৰ কেইডোখৰ বেৰত ওলমিল।

উদয়ৰ লগত দৰমহা ঠিক হৈ গল। মাহে তিনি টকা। সেই কালত গাৱঁত চাকৰৰ দৰমহা, বিশেষকৈ বাগিচাৰ পলৰীয়া চাকৰৰ দৰমহা, সিমানেই যথেষ্ট। উদয়ে নিজে ভাত ৰান্ধি খাব খুজিছিল, পিছে হলিৰামে আপত্তি কৰিলে। ৰাতি নহলেও পুৱা ভাত ৰান্ধোতে কামৰ খতি হব, সেইটোৱেই হলিৰামৰ ভয়। উদয়ৰ ভয় হলিৰামৰ ঘৰৰ ভাত খালে এৰেহা ভাত তাক দিয়ে বুলি। তেনে অভিজ্ঞতা তাৰ হৈছে বুলি সি জনালে। হলিৰামে তাক অভয় দি কলে তেওঁৰ ঘৰত তেনে নহয়। তেওঁলোকে যেনেকৈ খায় তাকো তেনেকৈ খুৱাব, আৰু পোনে পোনে ভাতৰ চৰুৰপৰা আনি ভাত-পানী তাক দিবহি। সি সম্মত হল। পোনতে দুদিনমান হলিৰামে নিজে ভাত দিয়াৰ পিছত যেতিয়া হলিৰামৰ গাভৰু জীয়েক বিচিত্ৰাই পুৱা-গধূলি তাক এটা খোলত এখোলকৈ ভাত আৰু সৰু খোল এটাত এখোলকৈ আঞ্জা দিবলৈ ধৰিলে তেতিয়া তাৰ আৰু একো আপত্তি নাথাকিল।

গাওঁখন তাৰ ভাল লাগিল। হলিৰামৰ ঘৰখন তাৰ ভাল

লাগিল, হলিৰামক তাৰ ভাল লাগিল আৰু বিশেষকৈ ভাল তাৰ লাগিল বিচিত্ৰাক।

২

উদয়ে বেলি নৌ ওলাওঁতেই হলিৰামৰ লগত হাল-গৰু লৈ পথাৰলৈ যায় আৰু দুয়ো হাল বায়গৈ। ডেকা লৰা, কামত ফুৰ্ত্তি। হলিৰামৰ বয়স হৈছে। আগৰ দৰে তেওঁ সিমান জোৰ দিব নোৱাৰে। তেওঁ হাল-বোৱা আগতে শেষ কৰি ঘৰলৈ গুচি আহিলেও উদয়ে বেলি মূৰৰ ওপৰ মুঠালৈকে হাল বাই থাকে। উদয়ক পাই হলিৰামৰ আগতকৈ বেছি ভাগৰ লগা হল। আগেয়ে হলিৰামৰ হাল-বোৱা খতি নহৈছিল, কিন্তু এতিয়া মাজে মাজে খতি হবলৈ ধৰিলে। বিহু-সংক্ৰান্তি বা তেনে এৰাব নোৱাৰা দিনৰ বাহিৰে উদয়ৰ এদিনো হাল খতি নহল।

উদয়ে চাংখনতে কিছু পৰ দীঘল দি জিৰায়। কিছু পৰ যে কিছু পৰেই, মিনিট পোন্ধৰ কুৰি বা বৰ বেছি আধা ঘণ্টা। তাৰ পিছত ধেনু-কাঁড় লৈ ওলাই গৈ হাবিৰ মাজে মাজে সি চৰাই বিচাৰি ফুৰেগৈ। কোনো দিনা পায়, কোনো দিনা নাপায়। হাবিত চৰায়ো তেনেকৈ পাবলৈ নোহোৱা হল। কোনো দিনা কপৌ, কণামুচৰি বা কেতিয়াবা পৰ্ঘুমা এটা মাৰি আনি সি ঘৰত দিয়েহি। তাৰ জহতে ঘৰে-ঘৰোৱাহে সেই দিনা মাংসৰ সোৱাদ পায়। তাৰ ভাগত আনতকৈ অলপমান বেছিকৈয়ে পৰে।

তাক ভাত দিবলৈ গৈ বিচিত্ৰাই তাক কয়, "তই চৰাইবোৰ মাৰ কেলেই এনেকৈ ? তই বৰ নিষ্ঠুৰ বুজিছ নে ? সিহঁতে আমাক নো কি কৰিছে তই যে মাৰি ফুৰ ?"

ভাতখিনি তাৰ পিতলৰ থালখনলৈ আৰু আঞ্জাখিনি তাৰ বাতিটোলৈ বাকি বাকি সি উত্তৰ দিয়ে, "মাৰিছোঁ দেখিয়েই খাবলৈ পাইছোঁ। কি মজা খাবলৈ। তই ভাল নেপাৱ ?"

"মই মঙহ নেখাওঁৱেই ভাল পাবলৈ।"

"ইমান ধুনীয়া পৰ্ঘুমা চৰাই। তাৰ মঙহো তই নেখাৱ?"

"ইমান ধুনীয়া বাবেই মোৰ খাবলৈ মন নেযায়। ইমান ধুনীয়া চৰাইটো মাৰিবলৈ তোৰ অলপো বেয়া নেলাগে নে?"

ভাত এগৰাহ মুখলৈ তুলি কিন্তু মুখলৈ নিনি মাজবাটতে বৈ উদয়ে কলে, "তোৰ বৰ বেয়া লাগে নহয়? তই চৰাই মাৰিলে বেয়া পাৱ?"

"ওঁ, বৰ বেয়া লাগে। চৰাই মাৰিলে মই বৰ বেয়া পাওঁ।"

"তই বেয়া পাৱ যদি আজিৰপৰা বাৰু চৰাই নেমাৰোঁ।"

বিচিত্ৰা ঘূৰি আহিব খুজিয়েই বৈ গল, বৈ তাক কলে, "তই যে এনেকৈ চৰাই মাৰি ফুৰ, পুহিবলৈ মোক ভাটৌ পোৱালি এটা আনি দিব নোৱাৰ? মইনা শালিকী হলেও হব।"

"বাৰু, তোক ভাটৌ পোৱালি এটাকে আনি দিম।"

সেই দিনাৰপৰা সঁচাকৈয়ে উদয়ে চৰাই মাৰিবলৈ এৰি দিলে। ধেনু-কাঁড় বান্দৰ আৰু কাউৰী খেদোৱা কামত লাগিল। বৰু ধান মেলি দিলে কাউৰীয়ে ঘোকাঘোক কৰেহি। বিচিত্ৰাৰ মাকে শুকাবলৈ চোতালত মেলি দিয়া ধানৰ চাৰিও পিনে ঘূৰাই সূতা দিলেও কাউৰীয়ে একো পৰোৱাই নকৰি সুতাৰ তলেদিয়েই আহি ধান থপিয়াই নিয়ে। এদিন নে দুদিন বিফলকাম হোৱাৰ পিছত উদয়ে এদিন তাৰ জুপুৰীটোৰ ভিতৰৰপৰা চেগ চাই কাঁড় এপাট মাৰি কাউৰী এটা মাৰিলে। অৱশ্যে এই বিষয়ত বিচিত্ৰাৰো সমৰ্থন আছিল। বাকী কাউৰীবিলাকে ঘূৰি ঘূৰি ৰমলিয়াবলৈ ধৰিলে। মৰা কাউৰাটো মাৰি এডালত ওখকৈ বান্ধি ওলোমাই দিয়াত কিছু দিনলৈ কাউৰীৰ উৎপাত কমিল।

আগৰ দৰে ধেনু-কাঁড় লৈ হাবিয়ে হাবিয়ে ঘূৰি ফুৰা বন্ধ হলত উদয়ে দুপৰীয়া কিছু পৰ তাৰ চাংখনত দীঘল দি বাঁহী বজোৱাত লাগিল। আবেলি হাবিৰপৰা সি খৰি লুৰি আনিলে, আৰু

গধূলি হোৱাৰ লগে লগে গৰু দুহালক দানা-পানী খুৱাই বান্ধি থলে। তাৰ পিছত ভাত নোখোৱালৈকে সি বাঁহী বজোৱাত লাগিল। ভাত খাই কিছু সময় বাঁহী বজাই হে সি শোৱে।

বাঁহীৰ সুৰ কঁপি কঁপি ৰাতি বিয়পি পৰে, আৰু সেই সুৰে বিচিত্ৰাক আকুল কৰি পেলায়।

৩

হলিৰামৰ দুজনী ঘৈণীয়েক। ৰৰজনী বিচিত্ৰাৰ মাক পদুমী, সৰুজনী পদুমীৰ ভনীয়েক তৰাদৈ। বিচিত্ৰা হোৱাৰ পিছত পদুমী বেমাৰী হল, সদায় এটা নহয় এটা অসুখ গাত লাগিয়েই থাকে। লৰা-ছোৱালীও পদুমীৰ আৰু নহল। ভনীয়েক তৰাদৈলৈ বাঁৰী মাকে দৰা বিচাৰি থাকোঁতেই এদিন হলিৰামে তাইক আনি ঘৰত সুমুৱালে। মানুহক দেখুৱাই বিয়া নাপাতিলেও বিয়াৰ উদ্দেশ্য সিদ্ধি হল। তৰাদৈৰ তিনিটা লৰা-ছোৱালী, দুটা লৰা আৰু এজনী ছোৱালী। ডাঙৰটোৰ বয়স ছবছৰ পূৰা হোৱা নাই।

কঠিয়া তোলা, ভুঁই ৰোৱা, ধান দোৱা সকলোবোৰ তৰাদৈয়েই কৰিব লাগে। পদুমীয়ে সেইবোৰ কাম নকৰে, কৰিবলৈ বপুৰীৰ শকতিও নাই। একালত অৱশ্যে এইবোৰ কাম তাইৰ ওপৰতে পৰিছিল আৰু তেতিয়া তাইৰ জোৰ মাৰোঁতা গাৱঁত আন এজনী নাছিল। ইমান খামিডাঠ মানুহজনী ইমান লেউসেউ হৈ গল। ভাবিলে হলিৰামৰ বেয়া লাগি যায়। পদুমী ঘৰতে থাকে, ভাত-পানী দুয়ো বেলা ৰান্ধে, আৰু লৰা-ছোৱালী তিনিটাৰ জেঙা মাৰে। সেইখিনি নকৰিলে তৰাদৈ নো পথাৰলৈ যাব কেনেকৈ, আৰু তৰাদৈ যাব নোৱাৰিলে যে জীৱন্তুতে মৰণ! খেতিৰ দিনত খেতিয়কে খেতি নকৰিলে বছৰটো খাব কি ?

বিচিত্ৰাও মাকৰ লগত ঘৰতে থাকে, নহলে মাকে অকলে ইমান-খিনি চম্ভলা টান। তথাপি মাজে-সময়ে তাই পথাৰলৈ যাব লগা

হয়, আৰু তাই আনন্দেৰে গৈ মাহীয়েকৰ লগতে কিন্তু মাহী-য়েকতকৈ বেছি উছাহেৰে কামত ধৰে। মুঠিয়ে মুঠিয়ে কঠিয়া তুলি তাই তাইৰ হাতীশুৰীয়া নিপোতল কলাফুলত বোকা আছাৰি জাপি থয়, ভৰ বাৰিষা বৰষুণত তিতি পানীয়ে ঘোদালি থকা পথাৰত বাউসী উচালি ভূঁই ৰোৱে, আঘোন-মহীয়া ৰদত ঘামি-জামি সোণ-বৰণীয়া হাতেৰে সোণ-বৰণীয়া ধান দায়। মাহীয়েকেও তাইক বেছি কষ্ট কৰিবলৈ নিদিয়ে, দুঘণ্টামান কাম কৰিলেই কয়, "যা এতিয়া, ঘৰলৈ যাগৈ।"

উদয় অহাৰ পিছত তাই পথাৰলৈ একেবাৰে যাব নলগা হল। দুটা মানুহৰ বা দুজনী তিৰোতাৰ কাম সি অকলে কৰিব পৰা মানুহ। হাল-বোৱাৰ দৰেই কঠিয়া তোলা, ভূঁই ৰোৱা, ধান দোৱা, এইবোৰ কামতো তাক কোনেও পেলাব নোৱাৰে। এইবোৰ কাম কৰি পথাৰৰপৰা আবেলি আহিলেই তাক ভালকৈ এবাতি খাবলৈ দিব লাগিব—কোমল চাউলেই হওক, চিৰায়েই হওক, সান্দহেই হওক বা পিঠাগুৰিয়েই হওক। হলিৰামৰ ঘৰত এইবোৰ পাভটিত বিধে বিধে সদায় থাকে। বিচিত্ৰাই তাক খোল ভৰাই আনি জলপান দিয়েহি।

তেল পিছলা গাৰে উদয় কিচ্ কিচ কৰে কলা যদিও মুখখন কোমল আৰু মৰম লগা। গলধনলৈকে পৰা তাৰ বাবৰি চুলি। কঁকালত চুৰিয়াডোখৰৰ বাহিৰে গাত সাধাৰণতে একো নাথাকে। গোটেই গা উদং। আটাইতকৈ আগতে চকুত পৰে তাৰ গাৰ গঠনটো, এবাৰ চালে আকৌ নোচোৱাকৈ থাকিব নোৱাৰি। নেমাতি-মুবুলি চকুৰ পতা নলৰাই একেথিৰে সি থিয় দি থাকিলে তাক কোনোবা নিপুণ শিলাকটীয়াই কাটি তৈয়াৰ কৰা শিলৰ মূৰ্ত্তি বুলি অনেকেই ভুল কৰিব।

বিচিত্ৰাই তালৈ চায়, মুগ্ধ হৈয়ে চায়। সি যে চাওঁতাল, সি যে কৰবাৰ মানুহ, তাক যে মানুহে হীন জাতৰ বুলি কয়, গাৱঁৰ

সমাজত তাৰ যে ঠাই নাই, চাওঁতে চাওঁতে তাই পাহৰি যায়। তাইৰ মাথোন মনত হয় তাই যেনে মানুহ সিও তেনে মানুহ, মানুহৰ সৰু-বৰ নাই, সকলো মানুহেই সমান।

৪

উদয়ে বাঁহী বজায়, কামৰপৰা আজৰি পালেও বজায়, কামৰ-পৰা আহৰি উলিয়াই লৈও বজায়। বাঁহী বজোৱা শুনি শুনি ঘৰখন কেতিয়াবা অতিষ্ঠ হৈ উঠে। কেতিয়াবা হলিৰামে তাক কয়, "দিন নাই ৰাতি নাই কি বাঁহী বজাই থাক অ'।" কিন্তু তাক কোৱা-নোকোৱা সমান। টানকৈ কবলৈকো হলিৰামৰ ভয়, কিজানি সি গুচি যায়। সি আছে দেখিয়েই এই বাৰ সাত পূৰা মাটিকে কৰ পাৰিলে, সি নোহোৱা হলে তাৰ আধাখিনিও হল নে নহল-হেতেন সন্দেহ।

গোটেই ঘৰখনত তাৰ বাঁহীৰ সুৰ শুনি আটাইতকৈ ভাল পায় বিচিত্ৰাই। শুনি তাইৰ আমনি নালাগে। যিমান শুনে সিমানে শুনিবৰ মন যায়। দূৰৈৰপৰাও তাই বাঁহীৰ সুৰ শুনে, ওচৰৰপৰাও শুনে। এই সৰু বাঁহৰ বাঁহীটোৰ ইমান শুৱলা সুৰ, বিধে বিধে ইমান মিহি সুৰ ইয়াৰ ভিতৰৰপৰা ওলায়! যিটো মানুহে ইমান মিঠা সুৰ বাঁহৰ বাঁহীটোৰপৰা উলিয়াব পাৰে সি জানো কম মানুহ! বাঁহীটোৰ ফুটাৰ ওপৰেদি উদয়ে তাৰ আঙুলি কেইটা কেনেকৈ বুলাই যায়, কেনেকৈ কোনটো বিন্ধা এবাৰ মুকলি কৰি এবাৰ বন্ধ কৰি দিয়ে, কেনেকৈ সি বাঁহীটো মন-প্ৰাণ দি বজায়, তাই চাই থাকে।

ভিতৰৰপৰা মাকে মাতে, "বিচিত্ৰা, এই ফালে আহচোন, তাত নো কি কৰিছগৈ?"

একেবাৰতে তাই নুশুনেই, দুবাৰমান মাকে মাতিলে হে শুনে, শুনি মাকক উত্তৰ দিয়ে, "ৰবি অলপমান। মই এতিয়া বাঁহী বজোৱা শুনিছোঁ। যাব নোৱাৰোঁ।"

কিন্তু পিছলৈ তাই তেনেকৈ খাটাংকৈ বাঁহী বজোৱা শুনিছে বুলি কব নোৱাৰা হল। মাকে মাতিলে তাই কয়, "শাকনীবাৰীত শাক চাইছোঁ ৰ। বৌটি—অ' বৌটি, লফাশাকডৰা বৰ মৰা-মুজা হল দেখোন এইবাৰ।" তাই জানে যে পিতাক এতিয়া ঘৰত নাই, আৰু মাহীয়েকে দুপৰীয়া ভাত খাই বিহাৰ আগটো মাটিতে পাৰি সেই পিনেই টোপনি গৈছে। তাই আৰু জানে যে মাকে মুখেৰে হুঁকিয়াইছে হে, সতকাই ঢাৰি-পাটী এৰি বাহিৰলৈ নাহে। সেইদেখি নিশ্চিন্ত হৈ তাই উদয়ে বাঁহী বজোৱা শুনি থাকে, আৰু বৰকৈ মাতি থাকিলে ভিতৰলৈ গৈ মাকক মৰম লগাই দুই-চাৰি আযাৰ কথা কৈ আকৌ বাঁহী বজোৱা শুনেহি।

উদয়ৰ উৎসাহ বাঢ়ি যায়। সি বঢ়িয়াকৈ বুজিব পাৰে স্থিৰ পানীধাৰিত দলি এটা পৰিলে যেনেকৈ পানীধাৰি জোকাৰি উঠে, তেনেকৈয়ে তাৰ বাঁহীৰ সুৰ লাগি বিচিত্ৰাৰ বুকুত জোকাৰ উঠিছে। সি অভিভূত হৈ যায়, আৰু বিচিত্ৰাৰ বুকুতে তাৰ দুচকু থৈ তন্ময় হৈ বাঁহী বজায়। তাইলৈ এনেকৈ চোৱা দেখি পোনতে তাইৰ একৰকম খঙেই উঠিছিল, কিন্তু তেনেকৈ নাচাবলৈ তাই তাক মানা কৰিব নোৱাৰিলে। লাহে লাহে সেই চাৱনি তাইৰ সহ্য হৈ আহিল, আৰু পিছত ভাল লগা হল।

উদয়ে তাইক সুধিলে, "তই জুমুৰ নাচিব জান ?"

"নাই, নেজানো।"

"কি জান তেনেহলে ?"

"বিহু-নাচ নাচিব জানো।"

"নাচচোন চাওঁ।"

"এতিয়া নেনাচোঁ নহয়, বহাগ বিহু আহিলে হে নাচিম।'

"দেখুৱাচোন বাৰু কেনেকৈ নাচ।"

"ধেৎ এইটো!"

"কি ধেৎ, মই জুমুৰ নাচ নাচিম চাবি।"

"চাম, নাচ বাৰু।"

সি তাইক নাচি দেখুৱালে কেনেকৈ জুমুৰ নাচ নাচে, নাচি কলে, "এতিয়া তোৰ বিহু-নাচ দেখুৱাই দে।"

ইমান যদি তোৰ বিহু-নাচ চাবৰ মন গৈছে, বহাগ বিহু আহিলে চাবিগৈ।"

"ক'ত চামগৈ ?"

"ইয়াত নহয়, আমাৰ পথাৰৰ সিফালে যে সেই ডাঙৰ গছজোপা আছে তাৰ তলত।"

"তই নাচিবি নে কি ?"

"নাচিম।"

"তই যাওঁতে তেনেহলে মোক লগত লৈ যাবি।"

"মোৰ লগত যাব নোৱাৰ। তই অকলৈয়ে যাবি, চাবিগৈ।"

৫

বহাগ বিহুৰ পিছত এদিন গধূলি বিচিত্ৰা নোহোৱা হল। আবেলিতে তাই ওচৰৰ মানুহ এঘৰলৈ যাওঁ বুলি গৈছিল, সেই যে গল আৰু উলটি নাহিল। মানুহঘৰত খবৰ কৰিলত কেতিয়াবাই তেওঁলোকৰ ঘৰৰপৰা গল বুলি কলে। কলৈ গল তেনেহলে বিচিত্ৰা ? ইপিনে উদয়ো ঘৰত নাই।

গধূলি হোৱাৰ পিছতে উদয়ে তাৰ জুপুৰীটোত সোমাই তাৰ নিত্য-নৈমিত্তিক কাম বাঁহী বজোৱাত ধৰে। কিন্তু আজি বাঁহীৰ সুৰ তাৰ ঘৰৰ ভিতৰৰপৰা বতাহত উটি অহা নাই। দুৱাৰখন মেলি ভিতৰ সোমাই হলিৰামে দেখিলে গোটেইখন আন্ধাৰ। তেওঁ চাকি এটা আনি আকৌ চালেহি, চাই দেখিলে তেওঁ দিয়া সতৰঞ্চীখন আৰু গাৰুটো পাৰি থোৱাতে আছে আৰু চাংখনতে পৰি আছে ফটা চুৰিয়া এখন। ধেনুখনো নাই, কাঁড়ৰ চুঙাটোও নাই, আৰু নাই গাৰুৰ তলত তাৰ বাঁহীটো।

ঘৰখনত এটা আলোড়ন উঠি গল। ঘৰৰ কোনেও একো খবৰ দিব নোৱাৰিলে, উদয়ৰো নোৱাৰিলে, বিচিত্ৰাৰো নোৱাৰিলে। পদুমীয়ে ঢাৰি-পাটী এৰি কুজাকুজকৈ চুচুৰি-বাগৰি আহি চৰাঘৰ পাই তাতে বহি পৰিল আৰু কেঁকাই কেঁকাই কলে, "পুখুৰীলৈ পানী আনিবলৈ গৈছিল বা? তাই যায় নহয় আবেলি পুখুৰীৰপৰা পানী আনিবলৈ। তাতে পৰি মৰিলে নো কোন চাওঁতা আছে! তৰাদৈ, অলপ কাণসাৰ কৰচোন তয়ে।"

পুখুৰীত পৰি মৰাটো অৱশ্যে তৰাদৈৰ মনত ধৰা নাই। বিচিত্ৰাই সাঁতুৰিব জানে, চিলনী-সাঁতোৰ দি পুখুৰীৰ ইপাৰৰপৰা সিপাৰ পায়গৈ, আপোন-ঘাতী হওঁ নুবুলিলে পৰিলেও নমৰে। আপোন-ঘাতী হবৰো একো কাৰণ নাই। গতিকে কি হৈছে তৰাদৈৰ বুজিবলৈ টান নালাগিল। ফুলেৰে জাতিষ্কাৰ গছ-লতাৰ মৰ্ম্মৰ ধ্বনিত, কুলি-কেতেকীৰ থপিয়া-থপি সুৰৰ লহৰিত, হুঁচৰিৰ ঢোল-পেঁপা-তালৰ উচপিচনিত উদয় আৰু বিচিত্ৰা কেনিবা হেৰাই গল। তৰাদৈয়ে পুতেকক সুধিলে, "বাপুকণ, বিচিত্ৰাক দেখিছিলি নে?"

এইবোৰ কি হৈছে কি মেলিছে বাপুকণে বিশেষ একো ধৰিব পৰা নাই, তাতকৈও ধৰিব পৰা নাই ভনীয়েক কমলাই। ধৰিব নো কেনেকৈ তিনি বছৰীয়া ছোৱালীজনীয়ে? এতিয়া মাকে ককায়েকক "বিচিত্ৰাক দেখিছিলি নে" বুলি সুধিলত বাপুকণে একো কবলৈ নৌ পাওঁতেই তায়ে ওপৰতে মাত লগালে, "দেখিথিলোঁ।"

"ক'ত দেখিছিলি?"

"উদয়ৰ লগত কথা পাতি থকা দেখিথিলোঁ।"

"ক'ত কথা পাতিছিল?"

"উদয়ৰ ঘৰত।"

"আৰু কি দেখিছিলি?"

"একো দেখা নাই।"

"কেলেই ?"

"মোক খেদাই দিলে নহয় উদয়ে।"

৬

ৰাতিলৈ খবৰ ওলাল। হলিৰামৰ ঘৰৰপৰা পোৱা মাইলমান দূৰত সৰু নৈখন, নৈখনৰ পাৰতে এডোখৰ পাতল হাবি, তাতে বিচিত্ৰাক পোৱা গল। সিহঁতৰ ফাললৈকে লেম-জোৰ লৈ মানুহ অহাৰ গম পাই উদয়ে বিচিত্ৰাক তাতে এৰি সাউৎ কৰে কেনিবাদি পলাল। বিচিত্ৰাক পোৱাৰ পিছত উদয় কেনি গল ক'ত লুকাল তালৈ কোনেও বৰকৈ মন-কাণ নিদিলে।

হাবিডোখৰৰ ওচৰত নৈৰ পাৰতে এচমকা মুকলি ঠাই। তালৈকে হাবিৰপৰা উলিয়াই বিচিত্ৰাক অনা হল। ভাত-পানী খাই মানুহ শুইছিল। বিচিত্ৰাক পোৱাৰ পিছত মানুহৰ চিয়ঁৰ-বাখৰৰ এটা গণ্ডগোল উঠিল। বিচাৰি যোৱা মানুহৰ কোনোবাই কাৰোবালৈ ৰিঙিয়ালে। গহীন ৰাতি আৰু গহীন হৈ পৰিল। কি হৈছে একো তৎ ধৰিব নোৱাৰিলেও কিবা এটা ঘটিছে বুলি ডেকা-বুঢ়া কেইবাজনো মানুহ নৈৰ পাৰ পালেগৈ।

বিচিত্ৰা থিয় দি আছে। পানীত পৰি জুৰুলি-জুপুৰি হোৱা মেকুৰীৰ নিচিনাই তাইৰ অৱস্থা। ওপৰলৈ তাই চাব পৰা নাই, একেথিৰে তললৈকে চাই আছে, হয়তো ভাবিছে, "ফাঁট দিয়া বসুমতী পাতাললৈ যাওঁ।" তাইৰ দুচকুৰপৰা চকুলোৰ ধল বাগৰিছে। তাইৰ তেতিয়া কাণ কলা, চকু কণা। তাইৰ কাষতে এজুম মানুহ, কোনো বহি, কোনো থিয় দি। তেওঁলোকে কি কৈছে তাই শুনিও শুনা নাই।

গাওঁখনৰ এজন মুখীয়াল লোক ভূমিধৰ পণ্ডিত। তেওঁ তেওঁৰ ভাগেই থাকে, গাৱঁৰ বাকীবিলাক মানুহৰ লগত তেওঁৰ সংশ্ৰৱ কম; তেওঁ ঢাৰি-পাটী এৰি লাখুটিডাল লৈ সেইখিনি পালেগৈ। লাখুটি-

ডালত ভৰদি থিয় হৈয়ে তেওঁ ৰল আৰু বিচিত্ৰালৈ চাই বেজাৰৰ সুৰত কলে, "ভাল কাম কৰিলি আই।"

মনেশ্বৰ শইকীয়াই চেপ্‌ পাই মাত লগালে, "যি কৰিব লাগে তো কৰিলিয়েই। এতিয়া কান্দিলে নো কি হব ?"

ভূমিধৰ পণ্ডিতে কলে, "নেকান্দি এতিয়া হাঁহিব নে ? কান্দক, কান্দিলে মনটো পাতল লাগিব। পিছে তোমালোকে নো ইয়াত এনেকৈ ৰৈ থাকি কি কৰিছাঁ ? এতিয়া তাইক ঘৰলৈ হে লৈ যাব লাগে।"

মনেশ্বৰে কিবা কব খুজি ৰৈ গল। হলিৰাম ওচৰতে আছিল, তেওঁ কলে, "মাণিক আৰু ডিম্বেশ্বৰ গৈছে উদয়ক পায় যদি ধৰি আনিবলৈ। সিহঁতলৈকে বাট চাই আছোঁ।"

"সিহঁতলৈ বাট চোৱাৰ একো প্ৰয়োজন নাই। ডেকা লৰা সিহঁত, আহিব পাৰিব। এই ৰাতিখন উদয়ক পোৱাটো'ও হৈছে। এতিয়া বলাহঁক ঘৰলৈ। হলিৰাম তুমিয়েই আগ হোৱাঁ। বিচিত্ৰাক হাতত ধৰি ঘৰলৈ লৈ বলাঁ।"

মানুহখিনি অগা-পিছাকৈ আগবাঢ়িল। পিছত থাকিল লম্বোদৰ আৰু চেনিৰাম। লম্বোদৰে কলে, "চেনিৰাম তোক আজি কথা এটা কওঁ।"

"কি কথা ?"

"মোৰ লৰাটোলৈ ধৰিছিলোঁ নহয় বিচিত্ৰাক। জয়ৰামক দেখিছই নহয়, কিনো অনুপযুক্ত লৰাটো। হলিৰামে কিন্তু খাটাং কৈ দিলে তালৈ নিদিয়ে বুলি। তাৰ কথা মানুহে বোলে বেয়াকৈ কয়। এতিয়া পালে নহয় গমটো। কৰ নো মানুহে বেয়া নোবোলাটোলৈ দিয়ে চাম নহয়।"

"বৰ অতপালি হৈছিল অ' হলিৰামৰ। ইমান দিন চাকৰ নোহোৱাকৈ চলিলে সি। এতিয়া আকৌ হালোৱা লগা হল। দিলে নহয় চাকৰে মজাটো, চুকতে থাকি বুকতে কামুৰিলে।

হেৰ, হালোৰা লৈছিলি যদি লৈছিলি, একেবাৰে ঘৰ-জোঁৱাই কৰি নললি কিয় ?”

বৰ যেন আপুৰুগীয়া কথা এষাৰ কলে, ইয়াকে ভাবি মনৰ আনন্দতে চেনিৰামে খেকখেককৈ হাঁহিলে। সেই হাঁহিত লম্বোদৰে যোগ নিদিলে যদিও নিজম ৰাতিত তাৰ প্ৰতিধ্বনি কেউপিনে ছিটিকি পৰিল।

৭

লম্বোদৰৰ ঘৰতে মেল বহিল। লম্বোদৰেই আগৰণুৱা হৈ মেল পাতিলে। চেলু এটা পাইছে যেতিয়া পাৰিলে হলিৰামক সি এসেকা দিয়ে। হলিৰামে মেললৈ নাযাবকে খুজিছিল; যি কৰে কৰক লম্বোদৰহঁতেই, এয়ে হলিৰামৰ ভাব! পিছে ভূমিধৰ পণ্ডিতে হলিৰামক লৈ গল। তেওঁ কলে, “মই আছোঁ নহয়, সিহঁতে অন্যায়কৈ কিবা কৰিব খুজিলেই কৰিব পাৰিব নে কি ? মেললৈ তুমি নেযাবা কিয় ?”

তামোল-খপাত চলিবলৈ ধৰিলে। তামোল এখন পাগুলি পাগুলি চেনিৰামে কলে, “এনেকৈ বহি থাকিলে তো নহব। বিচিত্ৰাৰ বিষয়ে কিবা এটা দিহা কৰিব লগা হল নহয়। তাইক তো এনেকৈ গাৱঁত থাকিবলৈ দিব নোৱাৰি। মই এটা উপায় দিব পাৰোঁ।”

আগ্ৰহেৰেই হলিৰামে মাত লগালে, “কি উপায় ?”

“বগৰিটিং বাগিচাৰ ছোটচাহাবক দিলে কেনে হয় ? চাহাবে মেম কৰি ৰাখিব। বৰ ভাল চাহাব, বৰ সুখেৰে থাকিব পাৰিব যিমান দিন থাকোঁ বোলে।”

আগতেও চেনিৰামে কোনোবা বাগিচাৰ চাহাবক অসমীয়া মেম যোগাৰ কৰি দিছিল, আৰু দি ভালকৈ টকাচেৰেক মুনফাও পাইছিল। এতিয়াও তাৰ এই পৰামৰ্শৰ মূলতে টকাৰ লোভ, নহলে বিচিত্ৰা

বা বগৰিটিং বাগিচাৰ ছোটচাহাবৰ কাৰণে মুৰ ঘমোৱা বিধৰ মানুহ সি নহয়।

ভূমিধৰ পণ্ডিতে কলে, "চাহাবলৈ দিয়াটো সহজ। তাৰ বাহিৰে আন কিবা পৰামৰ্শ কোনোবাই দিব পাৰে নে ?"

লম্বোদৰ যেন অলপ তপত হৈ উঠিল। লম্বোদৰে উচাৎ মাৰি কলে, "আন পৰামৰ্শ আৰু কি আছে ? তাইক নো এতিয়া আমাৰ কোন মানুহে বিয়া কৰাব? যিটোলৈ তাই যাব খুজিছিল সিও পলাল। বাগিচাৰ চাহাবৰ বাহিৰে আমি দেখোঁতে তাইৰ আন গতি নাই। তাকে যি হয় সোনকালে কৰা দৰকাৰ। তাই ইয়াত থাকিলে আমাৰ ডেকা লৰাবোৰক বেয়া কৰিব।"

ভূমিধৰ পণ্ডিতৰ কাণ লম্বোদৰৰ কথাখিনিয়ে ঠহ্ ঠহ্ কৰে বিন্ধিলে। তেওঁ কলে, "তোমাৰ লৰাটোলৈকে নো বিচিত্ৰাক বিয়া কৰি নোথোৱা কিয় ? এসময়ত দেখোন বিয়া কৰাব খুজিছিলা ?"

"যেতিয়া কৰাব খুজিছিলোঁ তেতিয়া বাপেকে দেখোন একেবাৰে নুই-নাই কৰিলে। এতিয়া মোৰ লৰালৈ বিয়া কৰাবৰ কি গৰজ পৰিছে ? সি নো আৰু ছোৱালী এজনী নেপাব নে ?"

"পাব, কিন্তু এনে এজনী ছোৱালী সতকাই নেপায়। তাইক যে ইমান বেয়া বুলি ভাবিছাঁ, তোমাৰ লৰাটো নো কি ভাল ? মোৰ মুখখন মুকলি হলে তৎ নেপাবা।"

লম্বোদৰ মনে মনে থাকিল। জয়ৰামে কঠালগুৰি বাগিচাত গুদাম-মহৰি কাম কৰোঁতে বন্দুৱা তিৰোতা এজনীৰ লগত যি কেলেঙ্কাৰি কৰিলে সেই কথা গাৱঁত আনে তেনেকৈ নাজানিলেও ভূমিধৰ পণ্ডিতে বঢ়িয়াকৈ জানে। জয়ৰামে যে প্ৰাণটো লৈ বাগিচাৰ পৰা আহিব পাৰিলে সিও পণ্ডিতৰে লগাভগা কেৰেণীজনৰ সহায়ত হে। নহলে এতিয়া কিজানি জয়ৰামৰ হাড়তো বন গজিলহেতেন !

জয়ৰামে ভিতৰৰপৰা সকলো কথা শুনি আছিল। সি ওলাই আহি ভূমিধৰ পণ্ডিতৰ ফালে চাই কলে, "পিতাই, তুমি নো কি

কথাবিলাক কৈছা ? পণ্ডিত দেউতাই ভাল কথাকে কৈছে। বিচিত্ৰাই ভুল কৰিলে বুলিয়েই আমিও ভুল কৰিব লাগিব নে কি ?”

লম্বোদৰে পুতেকৰ মুখলৈ চালে, কিন্তু মাত মাতিবলৈ উৎসাহ নাপালে। মাত মাতিলে ভূমিধৰ পণ্ডিতে, “এয়ে তো মানুহৰ কথা! কোনোবা খাবৈত পৰিলে তাক তাৰপৰা তুলিব হে লাগে, তাতে তাৰ কঁকাল ভাঙি এৰি থৈ আহিব নেলাগে। জয়ৰামৰ নিচিনা ডেকা লৰা হে আমাৰ দৰকাৰ। তই তেনেহলে বিচিত্ৰাক বিয়া কৰাবলৈ ৰাজী আছ জয়ৰাম ?”

একে উশাহেই জয়ৰামে কলে, “আছোঁ।”

লম্বোদৰে আৰু থাকিব নোৱাৰিলে, কলে, “ভালকৈ ভাবি-চিন্তি চাই কথা কবি। তই বিয়া কৰাওঁ বুলিলেই হব নে ?”

“ভালকৈ ভাবি-চিন্তি চায়ে কৈছোঁ। বিয়া কৰাম মই, তুমি তো নকৰাঁ। মই বিয়া কৰাম বুলি কলে যদি নহয়, কোনে কলে হব ?”

“কিন্তু সেইজনীক বিয়া কৰালে মোৰ লগত সকলো সম্পৰ্ক তই এৰিব লাগিব, মোৰ ঘৰতো আৰু থাকিব নোৱাৰিবি ; এই কথা খাটাং জানিবি।”

“তুমি মোক এইবোৰ ভয় খুৱাব নেলাগে! মই নিজৰ ভৰিৰ ওপৰত থিয় দি চলিব পাৰিম। মনৰ আৰু দেহৰ বল দুয়োটা মোৰ আছে।”

ভূমিধৰ পণ্ডিতে মাত লগালে, “সেইবোৰ তই একো চিন্তা কৰিব নেলাগে জয়ৰাম। মই অকলশৰীয়া মানুহ, মোৰ ঘৰতে থাকিবিগৈইঁত তইঁত। মোৰো লগ হব, আৰু তইঁতেও এখন ঘৰ পাবি। বুজিছা লম্বোদৰ, আমাৰ গাৱঁৰ লাজ আমি নিজে নেৰাখিলে আৰু কোনে ৰাখিব ?”

# ডাক্তৰ

পুৱা চাহ খাই থাকোঁতেই বিভূতি হাজৰিকাই খবৰ পালে ডাক্তৰ নাৰায়ণ চলিহা ঢুকাল। তেওঁ আচৰিত নহল। ডাক্তৰ চলিহাৰ অৱস্থা বেয়াৰ কালে অহাৰ কথা তেওঁ জানিছিল; তেওঁ ইয়াকো জানিছিল যে এইবাৰ ডাক্তৰ চলিহা ৰক্ষা পোৱাৰ আশা নাই। আগতে দুবাৰ কিছুদিন শয্যাগত থাকি তেওঁ ভাল হল। কিন্তু এইবাৰ ডাক্তৰ চলিহাই নিজে আৰু তেওঁক চোৱা আন ডাক্তৰেও আশা এৰি দিলে।

বিভূতি হাজৰিকাৰ বেজাৰ লাগিল যে তেওঁ যাওঁ যাওঁ বুলিও ডাক্তৰ চলিহাক চাবলৈ যাব নোৱাৰিলে। তেওঁ ভাবিছিল, আৰু অন্ততঃ দুই-চাৰি দিন ডাক্তৰ চলিহা জীয়াই থাকিব আৰু ইয়াৰ ভিতৰতে তেওঁ এবাৰ গৈ চাই আহিব। কিন্তু তেওঁৰ ভবা কথা ভবাতে গল। ডাক্তৰ চলিহাই ঘৈণীয়েকৰ চকুলৈ চাই থাকোঁতেই চিৰদিনৰ কাৰণে চকু মুদিলে। ডাক্তৰে বেজী দিব খোজাতে থাকিল। ৰাতি পুৱাবলৈ নেপালে।

আধা-খোৱা চাহ বিভূতি হাজৰিকাই শেষ কৰিব নোৱাৰিলে। যিমান হে কষ্ট খাই আছিল ডাক্তৰ চলিহা, তেওঁ গৈ সকলো কষ্টৰ-পৰা ৰক্ষা পালে। একৰকম ভালেই হল, বিভূতি হাজৰিকাই ভাবিলে। তথাপি চাহখিনি তেওঁৰ শেষ কৰিবৰ মন নগল। ডাক্তৰ চলিহা তেওঁৰ এতিয়াৰ চিনাকি নহয়, কলিকতাত নাৰায়ণ চলিহাই ডাক্তৰী আৰু বিভূতি হাজৰিকাই বি-এ পঢ়া দিনৰেপৰা দুয়ো দুয়োকে চিনে। নামজলা ডাক্তৰ নাৰায়ণ চলিহা, কিন্তু সেয়ে তেওঁৰ একমাত্ৰ পৰিচয় নহয়।

বিভূতি হাজৰিকা যতে চাহ খাই আছিল তাতে বহি বহি ডাক্তৰ চলিহাৰ কথাকে ভাবিবলৈ ধৰিলে। "ভাবিবলৈ ধৰিলে" বুলি কোৱাটো ঠিক হোৱা নাই, ডাক্তৰ চলিহাৰ কথা তেওঁৰ মনত পৰি গল। বিভূতি হাজৰিকাৰ পুতেকৰ বিয়া। হাত-দীঘল মানুহ ডাক্তৰ চলিহালৈ তেওঁ লিখিলে, পুতেকৰ বিয়াত ৰভা দিবৰ কাৰণে কেইবাণ্ডিলমান টিন বন্দৱস্ত কৰি দিব নোৱাৰে নে? যিটো মানুহৰ হাতত ডাক্তৰ চলিহালৈ তেওঁ চিঠি দিছিল সেইটো মানুহৰ হাততে ডাক্তৰ চলিহাই মাৰোৱাৰী ব্যৱসায়ী এজনলৈ এখন চিঠি লিখি পঠালে যেই বাণ্ডিল লাগে সেই বাণ্ডিল টিন বিভূতি হাজৰিকাক দিবলৈ। সময়মতে টিন আহি গল।

অনুৰোধ কৰিলে অনুৰোধ ৰাখি বন্ধু, সম্বন্ধীয়া, চিনাকি বা সময়মতে অচিনাকি মানুহকো সহায় দিয়া মানুহ নথকা নহয়। অনেকেই এনে সহায় দিয়ে। কিন্তু নিজে উপযাচি আৰু লেশমাত্রও আমনি বোধ নকৰি উপকাৰ কৰা মানুহৰ সংখ্যা বিৰল। এনে বিধৰে মানুহ আছিল ডাক্তৰ চলিহা। মানুহৰ কামত লাগি তেওঁ আনন্দ পাইছিল।

বিভূতি হাজৰিকাৰ পুতেকৰ বিয়ালৈ মাজতে চাৰি দিনমান আছে। ঘপ কৰে ওলালহি ডাক্তৰ চলিহা। বিভূতি হাজৰিকাৰ ঘৈণীয়েক ইন্দুমতী তেওঁৰ আগত ওলায়, কেনিবাদি অকণমান সম্বন্ধও লাগে। ডাক্তৰ চলিহাই আহিয়েই ইন্দুমতীক সুধিলে, "বিয়াৰ কাৰণে আৰু কিবা কৰিব লাগিব নে কি? কি কৰিব লাগে কোৱা।"

ইন্দুমতীয়ে কি কব কি নকব ভাবি থাকোঁতেই বিভূতি হাজৰিকায়ে মাত লগালে, "বিয়াৰ দিনা দৰাঘৰীয়া মানুহ নগাৱঁলৈ যাবৰ কাৰণে মটৰ এখনকে ঠিক কৰি দিয়ক।"

"এখন মটৰেই হব নে?"

"দুখন মটৰ আৰু এখন বাচ মই ঠিক কৰিছোঁ। আপুনি আৰু

এখন মটৰ ঠিক কৰি দিলেই হব। তিনিখনতকৈ নো বেছি কেলেই ?"

ডাক্তৰ চলিহাই পঞ্জাবী ঠিকাদাৰ এজনৰ ভাল ডাঙৰ মটৰ এখন ঠিক কৰি দিলে। বিয়াৰ দিনা সেইখন মটৰ আহিল, কিন্তু বিভূতি হাজৰিকাই বন্দবস্ত কৰা দুখন মটৰৰ এখন নাহিল। খবৰ কৰিলত জনা গল যে মটৰৰ কিবা এটা ভাগি মটৰখন কাৰখানাত পৰি আছে, আহিব নোৱাৰিব। বিভূতি হাজৰিকা অলপ দুৰ্ভাবনাতে পৰিল। দৰা ওলাবলৈ আৰু সৰহ পৰ নাই, মটৰ এখন এতিয়া পোৱা যায় কেনেকৈ ? তিনিখন মটৰ নহলেও নহয়। টেক্সি এখনকে নিব লাগিব। টেক্সি বা কেনেকুৱা পোৱা যায়, পালে আকৌ এতিয়াই যাবলৈ ওলায় নে নোলায় ?

"ইমান ভাবিব লাগিছে কিয় ?" এই বুলি বিভূতি হাজৰিকাক কৈ ডাক্তৰ চলিহা ওলাই গল আৰু আধা ঘন্টামানৰ ভিতৰতে লগতে মটৰ এখন লৈ ঘূৰি আহিল। আগৰ মাৰোৱাৰী ব্যৱসায়ীজনৰে মটৰ। ডাক্তৰ চলিহাই বিভূতি হাজৰিকাক কলে, "এইখন মটৰ আনি দিলোঁ, একো টকা-সিকা দিব নেলাগে, পেট্ৰলো দিব নেলাগে। সিখন মটৰকো টকা সিকা দিব নেলাগে, কিন্তু পেট্ৰল দিব লাগিব। বাকীবোৰ ঠিক হল নে ?"

"হৈছে।"

"তেনেহলে দৰা যাবলৈ ওলাব লাগে এতিয়া। দেৰি কৰাৰ দৰকাৰ নাই।"

মন ডাঙৰ নহলে এনে দৰে কোনে সহায় কৰিবলৈ আগ বাঢ়ি ওলায় ?

২

ডাক্তৰ চলিহাই ঘৈণীয়েক আৰু লৰা-ছোৱালী তিনিটালৈ বাৰু কিমান টকা থৈ গৈছে ? বেছি টকা থৈ গৈছে বুলি বিভূতি

হাজৰিকাৰ মনে নধৰে। থৈ যাবই বা কেনেকৈ? গোটেই কল্যাণপুৰ চহৰত তেওঁৰ লগত জোৰ মাৰিব পৰা আন এজন ডাক্তৰ যে নাছিল এই কথা সঁচা। এই কথাও সঁচা যে বেমাৰ আৰু বেমাৰী চাওঁতে চাওঁতে সময়মতে খোৱা আৰু সময়মতে শোৱাতো তেওঁৰ ব্যাঘাত হয়। পুৱা তেওঁৰ চেম্বাৰ বেমাৰ দেখুৱাবলৈ অহা মানুহেৰে ভৰি থাকে, আৰু তেওঁলোকক চাই-মেলি দৰব-পথ্যৰ ব্যৱস্থা দি ঘৰলৈ ঘূৰি আহোঁতে বেলি ভাটী দিয়ে। কিন্তু বেমাৰীৰ সংখ্যা অনুপাতে তেওঁৰ জেপলৈ টকা নাহে।

তথাপি ডাক্তৰ চলিহাই ভাল আৰ্জন কৰিছিল। ভাল আৰ্জন নকৰা হলে ইমান ধুনীয়া আৰু দুমহলীয়া পকী ঘৰটো নো তেওঁ সজালেহেতেন কেনেকৈ? লৰা দুটাকে বা বিলাতত শিক্ষা দিয়ালে-হেতেন কেনেকৈ? তেওঁ খৰচী মানুহ আছিল, ভালকৈ খাইছিল আৰু ভালকৈ থাকিছিল। সাজ-পাৰত তেওঁ নিজে জথলা আছিল যদিও ঘৈণীয়েক আৰু ছোৱালীজনীৰ সাজ-পাৰত ভালকৈয়ে চখ আছিল আৰু বিধে বিধে কাপোৰ-কানি তেওঁলোকে লৈছিল। টকা ডাক্তৰ চলিহাক লাগিছিল, কিন্তু টকালৈ তেওঁৰ মোহ নাছিল। বেমাৰীৰপৰা তেওঁ টকা লৈছিল, কিন্তু বেমাৰীয়ে টকা দিব নোৱাৰিলে বুলি বেমাৰীক চাবলৈ তেওঁ কুণ্ঠিত নহৈছিল। ডাক্তৰ চলিহাৰ দুই-এক বন্ধুৱে তেওঁক টকা-পইচাৰ বিষয়ে এনেকৈ উদাসীন নহবলৈ পৰামৰ্শ দিলে তেওঁ উত্তৰ দিছিল, "বেমাৰীৰ চিকিৎসা আগ, তাৰ পিছত হে ডাক্তৰৰ টকা।"

সেইবাৰ কল্যাণপুৰ জিলা কংগ্ৰেছ কমিটীৰ বছৰেকীয়া অধিবেশন কঠালবাৰীত হওঁতে ডাক্তৰ চলিহাই তালৈ গৈ কি কৰিলে তাক তো বিভূতি হাজৰিকাই বঢ়িয়াকৈ জানে। জিলা কংগ্ৰেছ কমিটীৰ এজন লেখৰ সভ্য যদিও ডাক্তৰ চলিহাই অধিবেশনত ঠিকমতে যোগ দিব নোৱাৰিলে। তেওঁ আহিব বুলি গম পাই কৰপৰা যে বেমাৰীবোৰ ওলালহি! কিমান আশা লৈ সিহঁত আহিছিল তেওঁৰ ওচৰলৈ! তেওঁ

সিহঁতক নিৰাশ কৰিব কেনেকৈ ? নিৰাশ কৰাটো তো দূৰৰ কথা, তেওঁ ভালকে পালে সিহঁতক পাই। বেমাৰীবোৰক চাবলৈ তেওঁ লাগি গল। কিছুমান বেমাৰীয়ে টকা দিলে, বাকীবোৰক তেওঁ এনেয়ে চালে। বেমাৰী চাওঁতে চাওঁতে ইমান দেৰি হল যে সেই দিনা অধিবেশনৰ শেষৰ ফালে হে তেওঁক সভাত দেখিবলৈ পোৱা গল।

পিছ দিনা কোব চৰিল হে। ডাক্তৰ চলিহা থকা বাহৰত গোট খোৱা বেমাৰীবোৰক চোৱাৰ উপৰিও তেওঁ কেইটামানক সিহঁতৰ ঘৰত গৈ চাবলগীয়া হল। বেমাৰীৰ বেমাৰৰ বৰ্ণনা দি তেওঁক এবাৰ চাই আহিবলৈ অনুৰোধ কৰা মাত্ৰেই তেওঁ বেগটো লৈ ওলালেই, যেন তেওঁ যাবলৈ সাজু হৈ তেওঁক মতালৈ মাথোন অপেক্ষা কৰি আছিল। খৰালি বতৰ দেখি হে, নহলে কিজানি তেওঁ বেমাৰীৰ ঘৰ ওলাবগৈ নোৱাৰিলেহেতেন। ধান দাই নিয়া পথাৰৰ মাজেদি, কোনো ঠাইত মানুহৰ চোতালৰ আগেদি, কোনো ঠাইত কাৰোবাৰ বাৰীৰ দাঁতিয়েদি দুমাইলমান খোজ কাঢ়ি গৈ তেওঁ বেমাৰীৰ ঘৰ ওলালগৈ। ভালেমান দিন শয্যাত পৰি থকা বেমাৰী চাই-মেলি বেমাৰীক দিহা-পৰামৰ্শ দি ডাক্তৰ চলিহা ঘূৰি আহিবলৈ ওলাওঁতে দুপৰ হল।

তথাপি ডাক্তৰ চলিহাই তেওঁৰ বাহৰলৈ পোনে পোনে ঘূৰি আহিব পাৰিলে জানো? বাটতে খাপ লৈ থাকি কেইবা যোৰাও মানুহে ঘৰলৈ তেওঁক মাতি নি বেমাৰী দেখুৱালেগৈ। তেওঁৰ ভাগৰো লাগিছিল, ভোকো লাগিছিল, ভোকতকৈও লাগিছিল পিয়াহ। মন-খোলা মানুহ ডাক্তৰ চলিহা, বেমাৰী চাই "ভাল হৈ যাব, একো ভয় নাই" বুলি আশ্বাস দি এঘৰত তেওঁ কৈয়ে পেলালে, "চাহ অলপ খাব নোৱাৰি নে ?"

"কেলেই নোৱাৰিব ?"

"তেনেহলে লৈ আহাঁ চাহ।"

ডাক্তৰ চলিহাই চাহত শোহা মাৰোঁতেই গৃহস্থই "চাহৰ লগত খাবলৈ হে একো দিব নোৱাৰিলোঁ" বুলি অলপ বোৱা যেন কৰি সুধিলে, "কল আছে খাব নে ? মালভোগ কল।"

"কল হে নেখাম ? তাতে যেই-সেই কল নহয়, মালভোগ কল!"

একাষি কলৰ লেখি লেখি ডাক্তৰ চলিহাই পাঁচোটা কল খালে, খাই গৃহস্থক কলে, "তোমাৰ ইয়াত আজি বৰ বঢ়িয়া বস্তু খালোঁ। মালভোগ কল বৰ ভাল বস্তু; কল মাত্রেই ভাল। কল, অমিতা, বেল বৰ ভাল বস্তু। তোমালোকে খাবা এইবোৰ আৰু খাবা শাক-পাচলি। বাৰীতে কৰি লবা। এয়া কল বাৰীৰ নে ?"

"হয়, বাৰীৰে।"

যদিও ডাক্তৰ চলিহাই প্ৰত্যেকটো বেমাৰীৰপৰা টকা পোৱাও নাছিল আৰু লোৱাও নাছিল, তথাপি কঠালবাৰীত থকা দুদিনত তেওঁ তিনিশমান টকা পাইছিল। অৱস্থাপন্ন দুই-এজন বেমাৰীয়ে তেওঁক অলপ বেছিকৈয়ে দিছিল। এই গোটেইখিনি টকা তেওঁ কঠালবাৰীতে পূর্ণানন্দ বৰাক দি কলে, "হোৱাঁ, এই টকাখিনি তোমাক দিলোঁ, কংগ্ৰেছৰ কামত খৰচ কৰিবা।" কল্যাণপুৰ জিলা কংগ্ৰেছ কমিটীৰ সম্পাদক এই পূর্ণানন্দ বৰা।

ডাক্তৰ চলিহাই কৈ অহা মতে দুই-চাৰিটা বেমাৰীয়ে কল্যাণপুৰ-লৈকো আহি তেওঁৰ চেম্বাৰতে তেওঁক আকৌ দেখুৱালেহি। তেওঁ সিহঁতক পৰীক্ষা কৰি চালে আৰু দৰব-জাতি আৰু পথ্য আদিৰ বিধান দিলে। চেম্বাৰত দেখুৱালে তেওঁ আঠ টকা ফিজ লয়। দুটামানে ঠিকমতে দিলে। এটাই ৰূপ তিনি টকা তেওঁলৈ আগবঢ়াই কলে, "ইমানকে হে আনিব পাৰিলোঁ, দেউতা!"

ৰূপ তিনি টকা ডাক্তৰ চলিহাই নললে, নলৈ কলে, "এই তিনি টকা তয়ে লৈ যা। বেমাৰৰপৰা উঠিছ এতিয়া, ইয়াৰে মাছ কিনি খাবি।"

বিভূতি হাজৰিকাই বোৱাৰীয়েকক মাতিলে। মীৰা আহিলত তেওঁ যে মাজে মাজে খায় তাৰে পিল এটা মীৰাক আনিবলৈ কলে। সেই মতেই মীৰাই এটা হাতত পিল এটা আৰু ইটো হাতত পানী এগিলাচ আনি তেওঁক দিলেহি। তেওঁ পিলটো আৰু পানী দু-আঙুলমান খাই গিলাচটো বোৱাৰীয়েকক ঘূৰাই দি নিজকে নিজে কোৱাৰ দৰেই কলে, "সংসাৰত জীয়াই থাকিবলৈ হলে বহুত তিতা-কেহা খাব লাগে। তিতা-কেহা খায়ো জানো নিস্তাৰ আছে? ডাক্তৰ চলিহাই নো কম তিতা-কেহা খালে নে? কিন্তু তিতা-কেহা খায়ো তেওঁ নিস্তাৰ নেপালে; অথচ তেওঁ নিজেই ডাক্তৰ। বয়স নো কিমান হৈছিল তেওঁৰ! আঠাৱন বছৰ। সি একো বেছি বয়স নহয়।"

মীৰাই সুধিলে, "আজি গাটো বেছি বেয়া লাগিছে নে কি দেউতা? ডাক্তৰ নবীন চক্ৰবৰ্ত্তীকে মতাই পঠাম নে?"

"কল্যাণপুৰত তুমি আৰু ডাক্তৰ নেপালা ডাক্তৰ চক্ৰবৰ্ত্তীক যে মতাব খুজিছাঁ? সেইটো নো ডাক্তৰ নে? সেইটো ডাক্তৰ নহয় পিশাচ। সি আহিলে হে মোৰ গা বেছি বেয়া লাগিব। এতিয়া তেনে একো বেয়া লগা নাই।"

মীৰা নিশ্চিন্ত হৈ গিলাচটো লৈ ভিতৰলৈ সোমাই গলত বিভূতি হাজৰিকাই কৈ উঠিল, "পিশাচ নহয় নো কি?" কৈয়েই তেওঁ নিমাত হৈ গল। কথাবোৰ তেওঁৰ মনত পৰিবলৈ ধৰিলে। ডাক্তৰ ভুবন শইকীয়াৰ পুতেকৰপৰাই তেওঁ সকলো কথা শুনিছে। ৰাতি এঘাৰমান বজাত ডাক্তৰ শইকীয়াৰ হঠাতে অসুখ হল। তেওঁৰ আগতেও এবাৰ নে দুবাৰ এই দৰে অসুখ হৈছিল। হৃদযন্ত্ৰৰ অসুখ। পোনতে ডাক্তৰ চলিহালৈকে খবৰ গল, কিন্তু তেওঁক সেই দিনা আবেলিয়েই কোনোবাই বেমাৰী দেখুৱাবলৈ যোৰহাটলৈ লৈ গলহি বুলি কলত খবৰ দিবলৈ যোৱা মানুহ ঘূৰি আহিল।

একেটা অঞ্চলতে ডাক্তৰ চক্ৰবৰ্ত্তীৰ ঘৰ। তেওঁক ডাক্তৰ শইকীয়াৰ পুতেকেই মাতিবলৈ গল। কেইবাবাৰো মতা আৰু বেৰত টুকিওৱাৰ পিছত ডাক্তৰ চক্ৰবৰ্ত্তীয়ে নাইট-গাউনটো পিন্ধি ওলাই দেখা দিলত অসীমে তেওঁক দেউতাকৰ অসুখৰ কথা কৈ দেউতাকক আহি চাবলৈ খাটনি ধৰিলে। অসীমে যেন বৰ জগৰৰ কথা এষাৰ হে কলে, এনে ভাবেৰেই ডাক্তৰ চক্ৰবৰ্ত্তীয়ে সমিধান দিলে, "মোক যে মাতিবলৈ আহিছা। ডাক্তৰ চলিহাক মাতি নানা কিয়? তেওঁৰ ওপৰত হে তোমালোকৰ বিশ্বাস বেছি।"

ডাক্তৰ চক্ৰবৰ্ত্তীক ঠিকমতে উত্তৰ দিব পৰা বিধৰে লৰা অসীম। পিছে বেমাৰী চাবলৈ ডাক্তৰক মাতিবলৈ আহি ডাক্তৰক কটু কথা কোৱা বা ডাক্তৰৰ লগত চুপতি মৰা শোভা নেপায়, বিশেষকৈ ডাক্তৰ চক্ৰবৰ্ত্তীৰ নিচিনা ডাক্তৰৰ লগত যাৰ বৰণ বগা হলেও মনটো কলা। অসীমে কলে, "আপোনাৰ ওপৰত বিশ্বাস নথকা হলে আপোনাৰ ওচৰলৈ আহোঁ নে? আপুনিয়েই আহক অনুগ্ৰহ কৰি।"

"নাই, ডাক্তৰ চলিহাকে মাতি আনাগৈ। মোৰ গাও ভাল নহয়। মই যাব নোৱাৰিম।"

চৰকাৰী আস্পতালৰ ডাক্তৰ নিয়োগীক লৈ অসীমে ঘৰ পাই দেউতাকক নেপালেগৈ। ডাক্তৰ শইকীয়াৰ লগত বেজী আৰু বেজীৰ দৰব আছিল। ডাক্তৰ নহা দেখি তেওঁ ঘৈণীয়েককে দিহা দিছিল তেওঁক বেজী দিবলৈ। ঘৈণীয়েকে বোলে বেজীও দিছিল, কিন্তু অভ্যাস নথকাত আৰু তদুপৰি ভয়, শঙ্কা আৰু অস্থিৰতাত বপুৰীৰ হাত কঁপি উঠাত বেজীয়ে ছাল ফুটালে যদিও দৰব ঠিকমতে সুমাব নোৱাৰিলে। এই দৰেই ডাক্তৰ শইকীয়াৰ জীৱনৰ অৱসান ঘটিল।

ডাক্তৰ চক্ৰবৰ্ত্তীয়ে অলপ কৰুণা কৰা হলে হয়তো ডাক্তৰ শইকীয়াই এই বাৰো ৰেহাই পালেহেতেন। ডাক্তৰে এবাৰ চাই-মেলি বেজী দিয়াৰ পিছত মৰা হলে শইকীয়ানী আৰু পুতেকে কিজানি অলপ সান্ত্বনাকে পালেহেতেন যে একো কৰিব নোৱাৰিলে যদিও

ডাক্তৰে চালেহি। তেওঁলোকেও ডাক্তৰক দেখুৱাব পাৰিলে। এতিয়া যে ডাক্তৰে চাবলৈকে নেপালে। ডাক্তৰ চক্ৰবৰ্ত্তীয়ে চাবলৈকে নাহিল ডাক্তৰ শইকীয়াক। ডাক্তৰ এনেকুৱাও হয়!

বিলাতত পৰীক্ষা পাছ কৰি ডিগ্ৰি লৈ আহিছে বুলি ডাক্তৰ চক্ৰবৰ্ত্তীয়ে নিজকে যহাই ফুৰিলে নো কি হব? ডাক্তৰ চলিহালৈ তেওঁৰ হিংসা। কিন্তু ডাক্তৰ চলিহাৰ কেঞা আঙুলিটোৰো যোগ্য হলহেতেন যদি ডাক্তৰ চক্ৰবৰ্ত্তী,—ডাক্তৰ হিচাপে নহলেও মানুহ হিচাপে।

৪

ডাক্তৰ চলিহাই দৰব আৰু খোৱা-বোৱাৰ বিষয়ে বিভূতি হাজৰিকাক যি ব্যৱস্থা দিছিল সেই মতে চলিয়েই তেওঁ একৰকম ভালে আছে। তেওঁ সেই মতেই চলি থাকিব। যদি বেছিকৈ বেয়া পায় আৰু অগত্যা ডাক্তৰক নেদেখুৱালেই নহয়, তেনেহলে তেওঁ আন ডাক্তৰক মাতি দেখুৱাব, কিন্তু ডাক্তৰ চক্ৰবৰ্ত্তীক নেদেখুৱায়, কেতিয়াও নেদেখুৱায়। পিশাচ তো ডাক্তৰ চক্ৰবৰ্ত্তী হয়েই, পিশাচ নহলে ইমানকৈ মতাতো তেওঁ ডাক্তৰ শইকীয়াক চাবলৈ নগলহেতেন নে? কিন্তু ডাক্তৰ হিচাপেও ডাক্তৰ চক্ৰবৰ্ত্তীৰ ওপৰত তেওঁৰ আস্থা নাই।

সেউতী দুৱৰাক ডাক্তৰ চক্ৰবৰ্ত্তীয়ে কম ভয় খুৱালে নে? যোৰহাটৰপৰা তাই বৰ আশা কৰি আহিছিল ডাক্তৰ চলিহাক তাইৰ বেমাৰ দেখুৱাবলৈ। তাইৰে কপাল বেয়া। ডাক্তৰ চলিহা সপৰিয়ালে কলিকতালৈ গল, তাৰপৰা পুৰী, পুৰীৰপৰা ওৱালটেয়াৰ, ওৱালটেয়াৰৰপৰা ৰামেশ্বৰম, ৰামেশ্বৰমৰপৰা কন্যাকুমাৰীলৈ গৈ, তাৰপৰা ঘূৰি বেঙ্গালোৰ, মহীশূৰ আৰু উটকামণ্ডত সোমাই এমাহমানৰ পিছত হে কল্যাণপুৰ পাবহি। কল্যাণপুৰলৈ আহি তাই এতিয়া এনেয়ে ঘূৰি যাব নে? কোনো কোনোৱে কোৱাত আৰু তায়ো

ডাক্তৰ চক্ৰবৰ্ত্তী বিলাতৰ ডিগ্ৰিধাৰী ডাক্তৰ বুলি জানি তেওঁকে দেখুৱালেগৈ।

বেমাৰৰ বিষয়ে সেউতী দুৱৰাৰপৰা সকলো শুনি আৰু তাইক পৰীক্ষা কৰি ডাক্তৰ চক্ৰবৰ্ত্তীয়ে তাইৰ বুকু এক্স-ৰে কৰিবলৈ কলে। চৰকাৰী হাস্পতালত এক্স ৰে কৰাই তাই প্লেটখন ডাক্তৰ চক্ৰবৰ্ত্তীক দিলেহি। তেওঁ প্লেটখন এবাৰ নহয়, দুবাৰ নহয়, কেইবাবাৰো ভালকৈ পোহৰত চাই বৰ গহীন হৈ কলে, "মই যি ভাবিছিলোঁ সেয়ে। পিছে আপুনি একো ভয় নকৰিব। সোনকালেই আপোনাৰ বেমাৰ ধৰা পৰিছে যেতিয়া একো ভয় নাই। আপুনি ছিলঙত গৈ থাকিব লাগিব কিছুমান দিন। ৰীড চেস্ট হস্পিতেল আছে নহয় তাত, তাতে থাকিবগৈ।"

ৰীড চেস্ট হস্পিতেলৰ নাম শুনি সেউতী দুৱৰা চক খাই উঠিল। তাত কেনেকুৱা বেমাৰী থাকে সেউতী দুৱৰাই জানে। তাই ডাক্তৰ চক্ৰবৰ্ত্তীক সুধিলে, "মোৰ তেনেহলে টি-বিয়েই হল নে কি?"

"মই আৰু ধেমালি কৰিছোঁ নে?"

যোৰহাটলৈ সেউতী দুৱৰা ঘূৰি গল। তাৰে স্কুল এটাত মাস্টৰনী কৰে তাই, মেট্ৰিকুলেছন পাছ কৰা মাস্টৰনী, দৰমহা কম পায়, আগগুৰি ধৰোঁতাও তাইৰ তেনেকৈ কোনো নাই। ৰীড চেস্ট হস্পিতেলত থাকিবলৈ লাগিব টকা। সেই টকা তাই পাব কৰপৰা? হেডমাষ্টৰনী আৰু আন মাস্টৰনী কেইজনীয়েও কিছু টকা নিজৰ ভিতৰতে তুলি তাইক দিলত তাই ছিলংমুৱা হল। হেডমাষ্টৰনীয়ে তাইৰ অৱস্থাৰ কথা বৰ্ণাই ডাক্তৰ চলিহালৈ তাইৰ হাততে এখন চিঠি দিলে। প্ৰতিপত্তি থকা মানুহ তেওঁ, যদি ছিলঙত তাইৰ চিকিৎসাত কিছু সুবিধা কৰি দিব পাৰে, সেই আশাৰে।

এই বাৰ সেউতী দুৱৰাই কল্যাণপুৰত ডাক্তৰ চলিহাক লগ পালে। সেউতী দুৱৰাই তেওঁক বেমাৰৰ বিষয়ে আৰু ডাক্তৰ চক্ৰবৰ্ত্তীৰ পৰীক্ষা আৰু ব্যৱস্থাৰ বিষয়ে সকলো বিবৰি কলে। ডাক্তৰ

চলিহাই তাইক পৰীক্ষা কৰিলে আৰু এক্স-ৰে প্লেটখনো চালে। তাইৰ বেমাৰ ধৰিব পাৰি ডাক্তৰ চক্ৰবৰ্ত্তী গহীন হৈ গৈছিল। ডাক্তৰ চলিহাই তাইৰ বেমাৰ ধৰিব পাৰি খংমুৱা হৈ গল। তেওঁ কলে, "কোন গৰু ডাক্তৰে কৈছে তোমাৰ টি-বি হৈছে বুলি? টি·বি নহয়, লিভাৰৰ দোষ। মই দৰব খাবলৈ দিম, খাই ভাল হৈ যাবা?"

সেউতী দুৱৰাৰ গোটেই গাতে আনন্দৰ শিহৰণ উঠিল। তাই কলে, "মই তেনেহলে ছিলঙলৈ যাব নেলাগে?"

"নেলাগে যাব। কিন্তু মোৰ তত্বাৱধানত কল্যাণপুৰত কিছুদিন থাকিব লাগিব তুমি।"

কল্যাণপুৰত থকাও সেউতী দুৱৰাৰ পক্ষে এক সমস্যা। কথাটো গম ধৰি ডাক্তৰ চলিহাই তাইক কলে, "তুমি থকাৰ বিষয়ে একো চিন্তা কৰিব নেলাগে। মোৰ ঘৰতে থাকিব পাৰিবা। একো অসুবিধা নোপোৱাঁ।"

ডাক্তৰ চলিহাৰ ঘৰতে সেউতী দুৱৰা থাকিল। চলিহানীয়েও তাইক ইমান মৰম আৰু আদৰ-সাদৰ কৰি ৰাখিলে যেন তাই কোনোবা পৰম কুটুম হে। নিজৰ আপোন মানুহকো বহুতে ইমান আতোলতোলকৈ নেৰাখে। ডাক্তৰ চলিহাৰ দিহা মতে দৰব খাই এমাহমান থাকি সুস্থ আৰু সবল হৈ সেউতী দুৱৰা যোৰহাটলৈ ঘূৰি গল।

সেউতী দুৱৰাক পৰীক্ষা আদি কৰি তাইৰপৰা যি কেইটকা উলিয়াব লাগে লেখি লেখি ডাক্তৰ চক্ৰবৰ্ত্তীয়ে উলিয়ালে। তাইক তেওঁ দুদিন পৰীক্ষা কৰিলে আৰু প্ৰত্যেক দিনৰে বেলেগে ফিজ ললে, এই দুদিনৰ পৰীক্ষা যদিও একে দিনাই তেওঁ কৰিব পাৰিলেহেতেন। তেজ আদি পৰীক্ষা কৰাৰ কাৰণে তো তাই ফিজ দিব লগা হলেই। ডাক্তৰ চলিহাই তাইৰপৰা ফিজ যে নললেই, তাইক এমাহ খুৱাওঁতে তেওঁ নিজৰপৰা খৰচ হে কৰিবলগীয়া হল।

ডাক্তৰ চক্ৰবৰ্ত্তীৰ টকালৈ খংকটো বেছি। ডাক্তৰ চলিহাই হাতলৈ

অহা টকাও এৰি দিয়ে, অথচ তেওঁৰ হে আকৌ আয় সৰহ। ডাক্তৰ চক্ৰবৰ্ত্তীয়ে টকা যেনেকৈ পাৰে তেনেকৈ আদায় কৰে, অথচ তেওঁ টকা বহুত কম পায় ডাক্তৰ চলিহাতকৈ। টকালৈ খঁক হলেই টকা নাহে।

৫

ডাক্তৰ চক্ৰবৰ্ত্তীৰ ঘৰৰ ওচৰতে কুমুদ লহকৰৰ ঘৰ। গধূলি গধূলি তেওঁৰ ঘৰত তাচৰ আড্ডা বহে আৰু সেই আড্ডাত সদায় নহলেও মাজে মাজে ডাক্তৰ চক্ৰবৰ্ত্তীয়েও যোগ দিয়ে। আলাপ-আলোচনা আৰু তৰ্ক-বিতৰ্কও তাত চলে আৰু তামোল, চাহ আৰু চিগাৰেট ধ্বংস হয়।

অৱসৰ লবলৈ দহ বছৰমান থাকোঁতেই কুমুদ লহকৰে কাম এৰি দিলে। তেওঁ ছিলঙত কিবা এটা ভাল কামকে কৰিছিল। কাম এৰি ছিলঙৰপৰা নামি তেওঁ কল্যাণপুৰত খোপনি পুতিলে আৰু লগে লগে তাচৰ এই আড্ডাটো প্ৰতিষ্ঠা কৰি তাৰ মেনেজাৰ হৈ ৰহিল। মানুহে কয়, তেওঁ বোলে কামত থাকোঁতে যুদ্ধৰ সময়ত সুবিধা পাই বহুত টকা কৰিলে আৰু সেই সম্পৰ্কতে কিবা গোলমালত পৰাৰ আশঙ্কা কৰি পিছৰ কথা আগতে ভাবি কাম এৰি দি নিজগৰীয়া হল।

কোনো কোনো দিনা তাচৰ আড্ডালৈ আহোঁতে ডাক্তৰ চক্ৰবৰ্ত্তীৰ দেৰিও হয়। কোনো কোনো দিনা বেমাৰী চাবলৈ যাবলগীয়া হলে তেওঁ আহিবও নোৱাৰে। কিন্তু সেই দিনা তেওঁ ঠিক সময়তে আহি খেলত বহি গল। সেই খেলখন হৈ যোৱাৰ পিছত তেওঁ তাচযোৰ হাতত লৈ কুমুদ লহকৰক সম্বোধন কৰি কলে, "বুজিছে নে লহকৰ, কালি বৰ ডাঙৰ কথা এটা শুনিলোঁ।"

কুমুদ লহকৰ আৰু আন দুজনেও একেলগে কৈ উঠিল, "কি কথা?"

ডাক্তৰ চক্ৰবৰ্ত্তীয়ে ইফালে সিফালে চালে, দেখিলে তেওঁলোকৰ বাহিৰে তাত আৰু কোনো নাই। কোঠাটোতো নাই, কোঠাটোৰ বাহিৰতো নাই। তেওঁ কলে, "কবলৈকে বেয়া লাগে। মানুহ নো এনেকুৱা হব লাগে নে ?"

মহিম নবীচে মাত লগালে, "তোমাৰ মন্তব্য বাৰু পিছতো দিবা। আগেয়ে কথাটো নো কি তাকে কোৱাঁচোন।"

"তাকে তো কব খুজিছোঁ। মই যে ভাবিবই নোৱাৰোঁ মানুহ এনে হব পাৰে বুলি। ডাক্তৰ হৈ ইমান তললৈ যাব পাৰে। আমাৰ আটাইবোৰৰে নাক কটালে।"

এইবাৰ বিদ্যানন্দ চৌধুৰীয়ে মাত লগালে, "কোন নো ডাক্তৰ সেইজন ?"

বৰ ফুৰ্ত্তিৰেই ডাক্তৰ চক্ৰবৰ্ত্তীয়ে কলে, "কোন হব আৰু ? ডাক্তৰ চলিহা।"

"কেনেকৈ নো তেওঁ আপোনালোকৰ নাক কটালে ?"

কুমুদ লহকৰে তেওঁলোকৰ কাৰণে আগবঢ়াই থোৱা চিগাৰেটৰ টিনটোৰপৰা চিগাৰেট এটা উলিয়াই জলাই লৈ গহীনকৈ এবাৰ হুঁপি ডাক্তৰ চক্ৰবৰ্ত্তীয়ে কৈ গল, "নৱকান্ত কাকতীৰ ঘৈণীয়েকৰ হঠাতে কিবা বোলে অসুখ হল। ইফালে কাকতী ঘৰত নাই, মফছল কৰিবলৈ গৈছিল। লৰালৰিকৈ ডাক্তৰ চলিহাকে কাকতীয়নীয়ে মতাই নিয়ালে। ডাক্তৰ চলিহাই কাকতীয়নীৰ হাতটো টিপি চালে, চাই কলে, ভালকৈ পৰীক্ষা কৰি চাব লাগিব, এনেকৈ নহব। এই বুলি কোঠাটোত থকা মানুহখিনিক বাহিৰলৈ পঠাই দুৱাৰখন জপাই লৈ কাকতীয়নীক পৰীক্ষা কৰাৰ ছলতে বোলে বুকুত বেয়াকৈ হাত দিব খুজিছিল। কাকতীয়নীয়ে হাতটো এছাৰ মাৰি দি ঘপ্ কৰে বিছনাত উঠি বহিল। ডাক্তৰেও প্ৰেচক্ৰিপচন লিখি দিয়ে গুচি গল, ফিজ নোলোৱাকৈয়ে। কাকতী মফছলৰপৰা ঘুৰি আহিলত কাকতীয়নীয়ে ঘটনাটো কলত তেওঁ হেনো কলে—সেইটো ডাক্তৰক

মাতিবলৈ নো তোমাক কিহে পাইছিল, আন এজন ডাক্তৰ মাতিব নোৱাৰিলা ! ভাবি চক এতিয়া কি পাষণ্ড সঁচাকৈয়ে ডাক্তৰ চলিহা ।”

কথাখিনি শুনোতে বিদ্যানন্দ চৌধুৰীয়ে বৰ ধৈৰ্য্য ধৰিব লগীয়া হৈছিল আৰু শুনি তেওঁৰ মনটো বিদ্ৰোহী হৈ উঠিছিল। ডাক্তৰ চক্ৰবৰ্ত্তীৰ কথা শেষ হলত তেওঁ মাতটো কঠিন কৰি কলে, “আপুনিও কলে আমিও শুনিলোঁ। এখেতসকলৰ কথা কব নোৱাৰোঁ, মই হলে আপোনাৰ এইখিনি কথা বিশ্বাস নকৰোঁ ।”

“কেলেই ?”

“আপুনি জানিলে কেনেকৈ ?”

“মোক কৈছে ।”

“কোনে কৈছে ? কাকতীয়ে নে কাকতীয়নীয়ে ?”

“তেওঁলোকে নকলে আৰু কওঁতা নাই নে কি ? এইবিলাক কথা তো লুকাই নেথাকে, ওলাবই ।”

“ওলাব তো, কেলেই নোলাব ? আপুনি তো আছেই উলিয়াবলৈ। মই এনেয়েও ডাক্তৰ চলিহাৰ বিষয়ে এইবোৰ কথা বিশ্বাস নকৰোঁ ; আপুনি কৈছে দেখি আৰু নকৰোঁ। ডাক্তৰ চলিহাৰ প্ৰতি আপোনাৰ ভাবটো মই তো জানোৱেই !”

ডাক্তৰ চক্ৰবৰ্ত্তীয়ে উত্তৰ দিবলৈ নৌ পাওঁতেই মহিম নবাঁচে মাত লগালে, “কিন্তু আপুনি বিশ্বাস কৰকেই বা নকৰকেই, ডাক্তৰ চলিহা বৰ সুবিধাৰ মানুহ নহয় দেই। তেওঁৰ লুতুৰা স্বভাৱ নথকা নহয় ।”

বিদ্যানন্দ চৌধুৰীয়ে সুধিলে, “আপোনাৰ নবাঁচনীৰ গাতো হাত দিছিলগৈ নে কি ডাক্তৰ চলিহাই ?”

“আমাৰজনীক হাত দিয়া হলে পোটকটো পালেহেতেন ভালকৈয়ে ।”

ইমান বেলি একো নেমাতি-মুবুলি কুমুদ লহকৰে দুয়ো পক্ষৰ কথা শুনি আছিল যদিও তেওঁ শুনি ভাল পোৱা নাছিল। এই তৰ্ক-বিতৰ্কৰ সিমানতে অন্ত পেলাবৰ মনেৰে তেওঁ কলে, “আমি ইয়াত

তাচ খেলিবলৈ হে গোট খাইছোঁ, ডাক্তৰ চলিহাক চৰ্চ্চা কৰিবলৈ গোট খোৱা নাই। সেইবোৰ আলোচনা থৈ দিয়ক এতিয়া।"

তেওঁ তাচযোৰ হাতত লৈ বিলাবলৈ আৰম্ভ কৰি দিলে।

৬

বিভূতি হাজৰিকাই জানে, ডেকা বয়সত ডাক্তৰ চলিহাই সুবিধা পালে ছোৱালী জোকাইছিল। এজনী ছোৱালীক অলপ বেছিকৈয়ে জোকাইছিল। তেওঁ তেতিয়া কলিকতাৰ মেডিকেল কলেজৰ ছাত্র, খোজে-কাটলে কথাই-বতৰাই তজবজীয়া ডেকা। কিন্তু জোকাইছিল যদিও তেওঁ নিজক চম্ভালি ৰাখিব পাৰিছিল।

কিমান দিনৰ আগৰ কথা, তথাপি বিভূতি হাজৰিকাই পাহৰা নাই। নাৰায়ণ চলিহাইঁতৰ মেচটোৰ প্ৰায় পোনে পোনে সৰু ৰাস্তা এটাৰ কাষৰ তিনি-মহলীয়া ঘৰ এটাত থকা বঙালী ছোৱালী এজনীক জোকোৱা তেওঁৰ প্ৰায় নিত্য-কৰ্ম্ম হৈ পৰিছিল। তেওঁ থকা কোঠাটোৰ আন লৰা দুটা ওলাই গলে তেওঁ দুৱাৰখন বন্ধ কৰি লয় আৰু খিৰিকীখনেদি ছোৱালীজনীলৈ চাই নানা অঙ্গী-ভঙ্গী কৰি দেখুৱায়। আয়নাখন হাতত লৈ জোকাৰি জোকাৰি তেওঁ তাইৰ মুখত তাৰ পোহৰ পেলাই দিয়ে, হাত বাউল দি তাইক মাতে, তাইলৈ চুমা যাচে। তায়ো সম্ভৱতঃ এই প্ৰেম-নিবেদন ভালেই পাইছিল আৰু কোনো কোনো দিনা, তাই নাৰায়ণ চলিহাক সিঁয়াৰি দিয়া তেওঁ বঢ়িয়াকৈ গম ধৰিব পাৰিছিল।

বৰ গুপুতে নাৰায়ণ চলিহাই এই লীলা-খেলা চলাইছিল। তাৰ সন্তেদ তেতিয়া পাইছিল ওচৰতে আন এটা মেচত থকা তেওঁৰ পৰম বন্ধু অনাদিচৰণ দাসে হে। এদিন দুই বন্ধু ফুৰিবলৈ ওলাই গৈ ছোৱালীজনী থকা ঘৰটো পাই তাইক ওপৰত দেখি নাৰায়ণ চলিহাই চাই পঠাওঁতেই দিলে তাই পানী এঘটী ঢালি তেওঁলৈকে বুলি। অনাদিচৰণৰ গাত ছিটিকনি হে পৰিল, কিন্তু নাৰায়ণ চলিহাক অলপ

বাক্কৈকেয়ে তিয়ালে। খং উঠিব নেলাগিছিল, কিন্তু নাৰায়ণ চলিহাৰ খং উঠি গল। "কি অভদ্র" বুলি তেওঁ তেতিয়াই তেনেকৈয়ে ছোৱালী-জনীৰ অভিভাৱকৰ ওচৰত গোচৰ দিবলৈ যাবই খুজিছিল, অনাদি-চৰণে যাবলৈ নিদিলে। অনাদিচৰণক তাতে বিদায় দি তেওঁ মেচলৈ গৈ কাপোৰ-কানি সলাই আকৌ ঘূৰি আহি ঘৰটোৰ ভিতৰৰপৰা বন্ধ কৰি থোৱা দুৱাৰত ঘটঘটাই দিলত যিজন মানুহে দুৱাৰ খুলি দিলে তেওঁক দেখিয়েই নাৰায়ণ চলিহাই চিনি পালে আৰু তেওঁকো চিনি পালে মানুহজনে। নাৰায়ণ চলিহা চায়েন্সৰ তৃতীয় বাৰ্ষিকত পঢ়োঁতে এওঁৱেই আছিল তেওঁলোকৰ প্ৰফেচাৰ অমিয়কুমাৰ ৰায়।

কি কব এতিয়া নাৰায়ণ চলিহাই? কি গোচৰ দিব? ৰায় মহাশয়ক প্ৰণাম কৰি নাৰায়ণ চলিহাই সেপ গিলি কলে, "আপুনি ইয়াতে আছে বুলি গম পাই আপোনাক দেখা কৰিবলৈ আহিলোঁ।"

বুঢ়া প্ৰফেচাৰে বৰ ভাল পালে। আদৰ-সাদৰ কৰি নাৰায়ণ চলিহাক বহুৱাই লৈ অনেক কথা পাতি তেওঁ জীয়েকক মাতি আনি পুৰণি ছাত্ৰৰ লগত চিনাকি কৰি দিলে, "মোৰ ছোৱালী কৃষ্ণা, বি-এ পাছ কৰি এতিয়া এম-এ পঢ়িছে।" নাৰায়ণ চলিহাই দেখিলে, তেওঁৰ গাত পানী ঢলা সেই ছোৱালীজনীয়েই যিজনীক দূৰৰপৰা তেওঁ ইমানকৈ জোকায়। এতিয়া তাইক ইমান ওচৰতে পাই তেওঁ তাইলৈ ভালকৈ চাবকে নোৱাৰিলে।

নাৰায়ণ চলিহাকো প্ৰফেচাৰে জীয়েকক চিনাকি কৰি দিলে। বৰ উৎসাহেৰেই তেওঁ কলে, "নাৰায়ণ চলিহা, মেডিকেল কলেজৰ চতুৰ্থ বাৰ্ষিকত পঢ়ে। মোৰ ছাত্ৰ আছিল বি-এছ-চি পঢ়োঁতে। বৰ চোকা বুদ্ধিৰ লৰা। যেনে স্বাস্থ্য তেনে বুদ্ধি, তেনে স্বভাৱ-চৰিত্ৰ।"

প্ৰফেচাৰৰ দিহা মতেই কৃষ্ণাই দুয়োজনকে চাহ-জলপান আনি দিলেহি। চাহ-জলপান খাই নাৰায়ণ চলিহাই বিদায় লওঁতে প্ৰফেচাৰে তেওঁক মাজে মাজে আহিবলৈ কলে। কৃষ্ণাই যদিও একো নকলে তথাপি তাই নাৰায়ণ চলিহালৈ যেনেকৈ চালে তাৰ-

পৰা বুজিব পৰা গল যে দেউতাকৰ ইচ্ছাই তাইৰ ইচ্ছা। তাইৰ দুচকুত এক নতুন দীপ্তি চলিহাই দেখিবলৈ পালে।

কিন্তু নাৰায়ণ চলিহা বুঢ়া প্ৰফেচাৰৰ ঘৰলৈ আৰু নগল। কৃষ্ণাক জোকাবলৈকো তেওঁ এৰি পেলালে। ছোৱালীজনীয়ে ভুমুকা-ভুমুকি কৰিছিল কিন্তু ইফালৰপৰা একো সঁহাৰি নেপালে। অনিষ্ট-কাৰী খিৰিকীখন আগৰ দৰে মেল খাই নথকা হল। নাৰায়ণ চলিহাই কোঠাটোত থকা সময়ত সেইখন বন্ধ কৰি থবলৈ ধৰিলে। প্ৰফেচাৰে ইয়াৰ ভিতৰতে তেওঁৰ খবৰ লবলৈ আৰম্ভ কৰিছিল দেখি চতুৰ্থ বাৰ্ষিকৰপৰা পঞ্চম বাৰ্ষিকলৈ উঠিয়েই নাৰায়ণ চলিহাই এই মেচটো এৰি আন এটা মেচলৈ গুচি গল।

আচৰিত হবলগীয়া ইয়াত তেনে একো নাই। কিন্তু আচৰিত হবলগীয়া কামো ডাক্তৰ চলিহাই কৰিলে, আৰু কৰিলে বিয়াৰ খোবা-খুবুনীৰ দিনাই ৰাতি। খাই-বৈ উঠিছে মাথোন, এনেতে তেওঁক নিবলৈ মানুহ ওলালহি। মাক হবলগীয়া তিৰোতা এজনীয়ে কষ্ট খাই আছে, তাতে এয়ে প্ৰথম বাৰ। খাইজনীয়ে একো উৱাদিহ পোৱা নাই, তেওঁ নগলেই নহয়। ঘৰৰ মানুহখিনিয়ে তেওঁক যাবলৈ মানা কৰিলে, কলে, "আজি যাব নেলাগে, আন ডাক্তৰকে তেওঁ-লোকে নিয়কগৈ।" কিন্তু এই বাধা-নিষেধে ডাক্তৰ চলিহাক নোযোৱাকৈ ৰাখিব নোৱাৰিলে।

দৰা আহিব বুলি আশা পালি কন্যাই বহুত পৰলৈকে বাট চাই আছিল। এঘাৰ বাজিল, এবাৰৰ পিছত বাৰ, বাৰৰ পিছত এক। ৰাতি নিঃপালি দিলে। জয়শ্ৰীৰ ভাগৰ লাগিছিল। দুৱাৰখন বন্ধ কৰি বিছনাত পৰি "পৰাণ-প্ৰিয়" স্বামী আহিব আহিব বুলি কল্পনাৰ মায়াজাল ৰচি থাকোঁতেই কেতিয়া যে টোপনি আহিল জয়শ্ৰীয়ে গমকে নেপালে।

ডাক্তৰ চলিহা শেষ ৰাতি ঘৰলৈ উলটি আহিল। আহি দেখিলে গোটেই ঘৰ নিজান-নিস্তব্ধ, কতো কাৰো সাৰ-সুৰ নাই। তেওঁ

কাকো আমনি নকৰি আৰু টোপনিৰপৰা মুতুলি যি সাজেৰে গৈছিল সেই সাজেৰেই আগৰ ঘৰটোত পাৰি থোৱা শুদা তক্তাপোছ এখনতে শুই থাকিল।

এনেকুৱাই আছিল ডাক্তৰ নাৰায়ণ চলিহা। "ঈশ্বৰে তেওঁৰ আত্মাৰ সদ্‌গতি কৰক"—এই বুলি বিভূতি হাজৰিকাই দুই হাত কপাললৈ তুলি ওপৰলৈ চাই নমস্কাৰ জনালে।

১৯৬২

# ঋণ পৰিশোধ

"আকৌ বুঢ়াটো ওলালহি।" দূৰতে ভৈৰবচন্দ্ৰ হাজৰিকাক দেখি অনিৰুদ্ধ দুৱৰাৰ মুখৰপৰা তেওঁ টলকিব নোৱাৰাকৈয়ে কথাষাৰ ওলাই গল। হাজৰিকা প্ৰায়েই তেওঁৰ ওচৰলৈ অফিচলৈকে আহে, আহি কোনো দিনা আলপিন এটা বা দুটা, কোনো দিনা ওপৰত তেওঁলোকৰ কোম্পানীৰ ছপা নাম নথকা উকা লেফাফা এটা বা দুটা, কোনো দিনা টোৱাইন সূতা তিনি বা চাৰি হাতমান, আকৌ কোনো দিনা সৰুসুৰা লাংখালিংখি দুই এটা বস্তু খুজি লৈ যায়। দেউতাকৰ বন্ধু আছিল যদিও অনিৰুদ্ধৰ সঁচাকৈয়ে হাজৰিকাক আজুকাল যেন লগা হৈছিল।

অনিৰুদ্ধই ভাবে, মানুহজনে এনে কৰে কিয়? তেওঁৰ তো টকা-পইচাৰ অভাৱ নাই। তেওঁ ছশ নে সাত-শ টকীয়া চাকৰি কৰিছিল, এতিয়া পেঞ্চন পায়। আগতে সস্তাকৈ মাটি কেইবিঘা-মান চান্দমাৰিৰ ফালে লৈ থৈছিল, তাৰে দুবিঘা মাটি বেচি অলপতে চল্লিশ হেজাৰ টকা পাইছে। তেওঁ যে এনেকৈ চলে টকাবোৰেৰে নো কৰিব কি? পুৰা-আবেলি লাঠি লৈ কুজাকুজকৈ ফুৰি ফুৰিব, ৰিক্সা এখনতো নুঠে। তেওঁ লওঁ বুলিলে মটৰগাৰী এখনো লব পাৰে, লৈ উঠি ফুৰিব পাৰে। মটৰগাৰী নলয়, ললে বোলে লৰা-ছোৱালী কেইটাই খোজ কাঢ়িবলৈ এৰি দি মটৰগাৰীত উঠি গা খেলাই ফুৰিব। এনেকৈ টলৌটলৌকৈ খোজ কাঢ়ি ঘূৰি ফুৰিবৰ তেওঁৰ দৰকাৰেই বা কি? কোনে জানে আৰু বা কাৰ অফিচলৈ গৈ এই দৰে বস্তু সৰকায়গৈ।

হাজৰিকা দুৱাৰৰ কাষ পালেহি। বেয়া পালেও অভদ্ৰ তো হব নোৱাৰি। বিতৃষ্ণা ভাব লুকুৱাই হাঁহিমুখ দেখুৱাটো যে ভদ্ৰলোকৰ ৰীতি। অনিৰুদ্ধই মুখৰ ভাব কোমল কৰি কলে, “আহক বহক, কি মন কৰি ?”

মেজখনৰ একাষে এজাপ চিঠি আছিল। এখন এখনকৈ চিঠিবিলাক খুলি অনিৰুদ্ধই খোলা লেফাফাবিলাক কোনোটো বা মুচৰি কোনোটো বা সুমুচৰি ফটা-কাগজৰ পাচীত পেলাবলৈ ধৰিলে। তাকে দেখি হাজৰিকাই মাত লগালে, “লেফাফাবিলাক তেনেকৈ মুচৰি-সামাৰ পেলাই দিছাঁ কিয় ? পিছ পিনে বজাৰৰ ফৰ্দ্দ লিখিবলৈ ভাল হব। সমানকৈ কাটি সূতা এডাল লগাই মেজৰ ঠেং এটাতে বা বেৰৰ গজাল এটাতে লগাই থলেই হল। চাওঁ দিয়াঁ, তোমাক নেলাগে যদি মোকে দিয়াঁ, ময়ে কামত লগাওঁগৈ।”

“নাই, আপোনাক এইবোৰ লেফাফা দিব নোৱাৰি। ওপৰত আমাৰ কোম্পানীৰ নাম-ঠিকনা লিখা আছে নহয়, আপোনাক দিয়াটো ঠিক নহব। লাগে যদি আপোনাক মই শ্লিপৰ পেড এটাকে দিম। এইটো লক, পঞ্চাশখন শ্লিপ আছে, হব নে ?”

“খুব হব, খুব হব।”

অনিৰুদ্ধই এখন এখনকৈ চিঠি পঢ়াত লাগিল। তেওঁৰ ভাবটো এই—ইমানতে হাজৰিকা যায় যদি যাওক, থাকিলে বা আকৌ কি বিচাৰে! চিঠি পঢ়াৰ চলতে অনিৰুদ্ধই মেজখনৰ ওপৰত চকু ফুৰালে হাজৰিকাই খুজিবৰ সম্ভৱ থকা কিবা বস্তু আছে নে কি বুলি। হাজৰিকাক দূৰত দেখিয়েই মেজখনৰ ওপৰত পৰি থকা দুই-চাৰিটা বস্তু তেওঁ দেৰাজত সুমাইছিলহি।

কি সৰ্ব্বনাশ। এডাল নহয়, দুডালকৈ ৰঙা-নীলা পেঞ্চিল দোৱাতদানীটোৰ ওচৰতে পৰি আছে। এডাল ক্ষয় যোৱাই নাই বুলিব লাগে, ইডাল ক্ষয় হৈ চাৰি আঙুলমান বৈছেগৈ। পেঞ্চিলডাল হাতলৈ লৈ অনিৰুদ্ধই সক পেঞ্চিলডোখৰ দোৱাতদানীটোৰ

তলনৈ হেঁচুকি দিওঁতেই হাজৰিকাই মাত লগালে, "সেইডোখৰ পেঞ্চিল তোমাক তো নেলাগে, চাওঁ মোকে দিয়া।"

"বাৰু, নিয়ক আপুনি।"

তাকে নকৈ নো অনিৰুদ্ধই আৰু কি কব? নেলাগে নিব, নিদিওঁ আপোনাক বুলি কব নে? অনিৰুদ্ধই ভাবি থৈছিল সৰু ৰঙা-নীলা পেঞ্চিলডোখৰ নি তেওঁ তেওঁৰ সৰু লৰাটোক দিবগৈ। সি ফটা-ছিটা কাগজ লৈ পেঞ্চিলেৰে আঁকিবলৈ বৰ ভাল পায়।

২

মহিলা মহামণ্ডলৰ তৰফৰপৰা মহিলা কেইগৰাকীমান হাজৰিকাৰ ঘৰ ওলালগৈ। মহিলাৰ কাৰণে আছুতীয়াকৈ তেওঁলোকে এটা লাইব্ৰেৰী খুলিব খোজে, তাৰ কাৰণে বৰঙণি বিচাৰি আহিছে। বৰঙণিও খামুচীয়াকৈ ধৰিছে তেওঁলোকে। মহামণ্ডলৰ সভানেত্ৰী ৰূপলাৱণ্যময়ী ফুকন। তেওঁ কপালৰ আগত লিংলিঙাই থকা কলা-বগা চুলি কেইডাল বাওঁহাতটোৰে লাহেকৈ ঠিক কৰি থৈ কলে, "আপোনাৰ নামত আমি বেছি ধৰা নাই, মাত্ৰ দুহেজাৰ টকা ধৰিছোঁ।"

হাজৰিকাই উচপ নেখালে, কাৰণ আগেয়েও তেওঁৰ ওচৰলৈ টকা বিচাৰি এনেকৈ মতা-তিৰোতা লৰা-বুঢ়া আহে, আৰু তেৱোঁ তেওঁলোকক উপযুক্ত সমিধান্ দি যি বাটেদিয়েই আহিছিল সেই বাটেদিয়েই ঘূৰাই পঠাব জানে। মহিলা মহামণ্ডলৰ সভানেত্ৰীৰ মুখলৈ চাই আৰু আন মহিলাও যে তাত আছে তালৈকো লক্ষ্য ৰাখি তেওঁ কলে, "ধৰিব নেলাগিছিল। ধৰি ভুল কৰিছে।"

"কিয়?"

"মই তো টকা নিদিওঁ।"

"কেলেই নিদিব আপুনি? আপোনাৰ এই দুহেজাৰ টকাৰে আমি নাৰী-মঙ্গল সম্পৰ্কীয় কিতাপ এক আলমাৰি কিনিম, আৰু

সেই আলমাৰিটোৰ ওপৰত আপোনাৰ বা মিছেছ হাজৰিকাৰ নাম লিখা থাকিব দাতা বুলি। আপুনি টকা নিদিব কিয় ?”

“আমাৰ তেনেকৈ নাম কিনিবৰ ইচ্ছা নাই। বাৰু, মোৰপৰা যে দুহেজাৰ টকা বিচাৰিছে, আপুনি দিছে কিমান ? এখেতসকলে বা কিমান দিছে ?”

“আমিও দিম যি পাৰোঁ, ময়ো দিম, এখেতসকলেও দিব। কিন্তু আমি দিম পিছত। আগতে আপোনালোকৰ ওচৰত হাত পাতিবলৈ আহিছোঁ।”

“আপুনি খুব ভুল কৰিছে। আগতে আপোনাৰ হে দিয়া উচিত; কাৰণ কথাটো হল আপোনালোকৰ আৰু কামটোও হাতত লৈছে আপোনালোকে। মোৰপৰা যে বিচাৰিছে দুহেজাৰ, আপুনি নিদিয়ে কিয় পাঁচ হেজাৰ ? আপোনাৰ টকা আছে, লৰাটোৱে ভাল উপাৰ্জন কৰে, লৰাটোৰ বাহিৰে আন লৰা-ছোৱালীও নাই। আপুনিয়ে ত্ৰিশ-চল্লিশ হেজাৰ টকা দি সমুদায় লাইব্ৰেৰীটোকে আপোনাৰ নামত কৰি নলয় কিয় ?”

ৰূপলাৱণ্যময়ীৰ উত্তৰ নোলাল। কথা যে একেবাৰে সঁচা। গিৰীয়েক মৰোঁতে তেওঁৰ লাইফ ইন্সিওৰেঞ্চৰ টকাকে ৰূপলাৱণ্যময়ীয়ে পঞ্চাশ হেজাৰ পায়। তেওঁৰ দুটা ভাৰা দিয়া ঘৰ, তাৰপৰা মাহে মাহে আয় হয় প্ৰায় ছশ টকা। পুতেক ডাক্তৰ। চৰকাৰী কাম এৰি প্ৰেকটিচ আৰম্ভ কৰাৰ পিছত তেওঁৰ খাবলৈ-শুবলৈ সময় নাই।

হাজৰিকাই ৰূপলাৱণ্যময়ীক কলে, “বাৰু, আপুনি নেলাগে সিমানখিনি দিব। আপোনালোক কেইগৰাকী আহিছে ইয়ালৈ ? পাঁচ গৰাকী ? আপোনালোক পাঁচ গৰাকীয়ে দুহেজাৰকৈ দহ হেজাৰ দিয়ক, ময়ো দিম তেতিয়া দুহেজাৰ। লাইব্ৰেৰীৰ নামে এটা হিচাপ খুলি দহ হেজাৰ টকা বেঙ্কত জমা দি মোক কবহি, মই দুহেজাৰ টকাৰ চেক লিখি দিম। তাৰ আগতে দিব নোৱাৰিম।”

উপায় নেপাই ৰূপলাৱণ্যময়ীয়ে কলে, "এতিয়া যে আহিলোঁ, দিয়ক অলপমান যি দিয়ে। আপোনাৰ ওচৰলৈ আহি আমি শুদা হাতে ঘূৰি যাম নে?"

হাজৰিকাই ভিতৰৰপৰা আনি এটকীয়া নোট তিনিখন ৰূপলাৱণ্যময়ীৰ হাতত দিলেহি। ৰূপলাৱণ্যময়ীয়ে হতাশ আৰু অভিমানৰ সুৰত কলে, "আপোনাৰ নিচিনা চহকী মানুহে তিনি টকা হে দিলে?"

"তিনি টকা দিছোঁ বুলি হে আপুনি মোক চহকী মানুহ বুলিবলৈ পাইছে। আপুনি বিচৰা মতে টকা দিয়া হলে কেতিয়াবাই লাও-টোকাৰি লব লগা হলহেতেন।"

"চাওঁ, ৰচিদ এখনকে লিখি দিওঁ" বুলি ৰূপলাৱণ্যময়ীয়ে ৰচিদ বহীটো উলিয়াই লিখিব খুজিয়েই কলে, "মুঠেই তিনি টকা, লিখিবলৈকে বেয়া লাগিছে।"

হাজৰিকাই মাত লগালে, "নেলাগে দিব ৰচিদ। ইমান কষ্ট কৰি আপোনালোক আহিল, চাহ এটোপাও খুৱাবলৈ নহল। এই তিনি টকাৰে চাহকে খাবগৈ।"

৩

হাজৰিকাৰ দুটা লৰা আৰু দুজনী ছোৱালী। লৰা দুটা পঢ়াত ভাল, এটাই এম-এ আৰু ইটোৱে বি-এ পঢ়ে, সৰু ছোৱালীজনী সৰুৱেই, পঢ়াত বিশেষ মন-কাণ কৰিবলগীয়া হোৱা নাই। কিন্তু ডাঙৰজনী ছোৱালী পঢ়াত ভাল নহয়, মাষ্টৰ ধৰি দিয়ে হে দিয়ে, তাই দুবছৰেও মেট্রিকুলেছন পৰীক্ষাটোকে পাছ কৰিব পৰা নাই। তিনি বাৰে নিবাৰ কৰিবৰ মনেৰে হাজৰিকাই কমলালৈ আকৌ মাষ্টৰ বিচাৰিলে।

খবৰকাগজত হাজৰিকাই জাননী দিলে মেট্রিকুলেছন পৰীক্ষা দিবলগীয়া ছোৱালী এজনী পঢ়ুৱাবলৈ ঘৰুৱা শিক্ষক লাগে।

ইংৰাজীত শিক্ষকজনৰ বিশেষ পাৰদৰ্শিতা থাকিব লাগিব। বিয়া নকৰোৱা ডেকাতকৈ বিয়া কৰোৱা বয়সস্থ মানুহ হলে ভাল। দৰমহা যোগ্যতা অনুসাৰে দিয়া যাব, আৰু পঢ়োৱাৰ সময় হব ৰাতিপুৱা ছয় বজাৰপৰা আঠ বজালৈকে। হাজৰিকা আঠ বাজি যোৱাৰ পিছত ফুৰিবলৈ ওলাই যায়, সেইদেখিয়েই এই ব্যৱস্থা, কাৰণ মাষ্টৰে জীয়েকক পঢ়াওঁতে তেওঁ আগত নেথাকিলে নহব।

বিয়া কৰোৱা বয়সস্থ প্ৰাৰ্থী এজন ওলাইছিল, পিছে দৰমহা পঞ্চাশ টকাৰ কমে নলওঁ বোলাত তেওঁ বাতিল হল। তেওঁৰ বাহিৰে বয়সীয়া সুবিধাজনক প্ৰাৰ্থী নেপাই বিয়া নকৰোৱা ডেকা এজনকে হাজৰিকাই জীয়েকৰ কাৰণে মাষ্টৰ নিযুক্ত কৰিলে। ডেকাজনৰ চেহেৰা চকুত-লগা নহয়, তেওঁক লোৱাৰ সিও এটা কাৰণ। দৰমহা ডেকাজনে চল্লিশ টকা বিচাৰিলে। হাজৰিকাই তেওঁক কলে, "কাইলৈৰপৰাই কাম আৰম্ভ কৰি দিয়ঁা। কেনে পঢ়োৱাঁ মই চাম। ঠিকমতে পঢ়ালে বাৰু চল্লিশ টকাকৈয়ে দিম।"

মাষ্টৰজনে পঢ়োৱা আৰম্ভ কৰিলে। চকী এখন আনি হাজৰিকাই ওচৰতে বহি পঢ়োৱা চাই থাকিল, আৰু চাই বুজিবলৈ চেষ্টা কৰিলে ডঙুৱা মাষ্টৰজনৰ গতি-গোত্ৰ কেনে। তেওঁক কমলাক পঢ়াবলৈ দিবলৈ বিশ্বাস কৰিব পাৰি নে? কিতাপটো আনোতে বা দিওঁতে আঙুলিৰে আঙুলি চিকুটা, বহি থাকোঁতে ভৰিৰে ভৰি টিপা, কিতাপৰ মাজত চিঠি সুমাই থৈ যোৱা বিধৰ এওঁ হয় নে নহয়। চেহেৰা ভাল নহয় বুলিয়েই তো নিৰ্ভয় হব নোৱাৰি। চেহেৰা নাই যদিও যৌৱন আছে, আৰু অতি সাংঘাতিক বস্তু এই যৌৱন। যৌৱনৰ দৌৰাত্ম্যৰপৰা সুৰূপ-কুৰূপ কোনো বাদ নেযায়, আৰু ইয়াৰ দৌৰাত্ম্য আৰম্ভ হলে মানুহে কি কৰে কি নকৰে একো ঠিক নাই।

এমাহ নৌ হওঁতেই মাস্টৰজন যাব লগা হল, কাৰণ তেওঁৰ পঢ়োৱা হাজৰিকাৰ মনঃপূত নহল। হাজৰিকাই মাষ্টৰজনক সুধিয়েই পেলালে, "কেনেকৈ নো ইংৰাজীত বি-এ পাছ কৰিলা হে তুমি?

কাইলৈৰপৰা পঢ়াবলৈ আৰু আহিব নেলাগে। অহা মাহৰ তিনি তাৰিখে আহি দৰমহা লৈ যাবাহি।”

মাষ্টৰজনে কলে, “কিমান নো টকা? আজি দি দিলেই দেখোন হয়।”

“তোমাৰ কাৰণে নিয়ম মোৰ ভাঙিব নোৱাৰোঁ নহয় মই। এক বা দুই তাৰিখে মই পেঞ্চনৰ টকা আনিম। তুমি তিনি তাৰিখে আহিলেই টকা পাবা। তাৰ আগতে নোপোৱাঁ।”

এইজন মাষ্টৰক বিদায় দিয়াৰ পিছত আগৰ বয়সীয়া বিয়া কৰোৱা মানুহজনকে খবৰ দি অনোৱা হল। পঢ়োৱা তেওঁৰ ভালকে দেখিলে হাজৰিকাই। কিন্তু পঢ়োৱা ভাল হলে কি হব? এদিন আবেলি ফুৰিবলৈ যাওঁতে হাজৰিকাই শুনি আহিল যে মানুহজনে যদিওবা বিয়া কৰাইছে তেওঁৰ বিয়া কৰোৱা-নকৰোৱা সমান। ঘৈণীয়েক তেওঁৰ ওচৰ নেচাপে। দুষ্ট মানুহবোৰৰ ভাষাৰে কবলৈ গলে ঘৈণীয়েকে উনৈশত বা-বলাই ফুৰে। তেওঁৰ নিজৰো কীৰ্ত্তি নথকা নহয়। গতিকে তেওঁক বিদায় দি হাজৰিকাই এইবাৰ নিজেই জীয়েকক পঢ়ুৱাবলৈ ললে।

৪

এদিন আবেলি হাজৰিকা ফুৰিবলৈ গৈ আধাঘণ্টামানৰ ভিতৰতে ঘূৰি আহি দেখিলে, বাহিৰৰ কোঠাটোতে কমলা আৰু ডেকা লৰা এজনে খিকিন্দালি মাৰি আছে। তেওঁলোক ইমান মচগুল হৈ আছিল যে হাজৰিকা আহি সোমালত হে তেওঁলোকৰ হুঁচ আহিল। ডেকাজনক দেখিয়েই হাজৰিকাই চিনিলে—বিনন্দচন্দ্ৰ ভূঞা। দুবছৰমানৰ আগতে তেওঁ কমলাক গান শিকাইছিল, এতিয়াও ঠায়ে ঠায়ে গান শিকায় আৰু ৰেডিওতো গান দিয়ে।

কমলাক গান শিকাবলৈ বিনন্দে এৰি দিলে হয় কিন্তু গান শিকোৱাৰ সম্পৰ্কতে তেওঁলোকৰ ভজবজীয়া অন্তৰত যি হেন্দোলনি

উঠিল সি মাৰ নগল। মাজে-সময়ে কমলাৰ ওচৰলৈ বিনন্দ আহিয়েই থাকিল। পিছে চেগ চাই হাজৰিকা ঘৰত নথকা সময়ত আহিবলৈ ললে দেখি হাজৰিকাই একো গম নেপালে। তেওঁৰ ঘৰৰপৰা বিনন্দৰ ঘৰলৈ বেছি দূৰ নহয়। সাধাৰণতে হাজৰিকা আবেলি ওলাই গৈ ডেৰঘণ্টা দুঘণ্টাৰ পিছত হে ঘৰলৈ ওলটে। সেই মতে আজি তেওঁ অহা হলে বিনন্দক তেওঁৰ ঘৰত নেপালেহেতেন। আগতে আহিয়েই তেওঁ লেঠা লগালে। কমলাৰ মাকৰ এইবিলাকলৈ ভ্ৰূক্ষেপ নাই। কমলাক বিনন্দৰ লগত গুৰগুৰীয়া মেল পাতি থকা দেখিলে তেওঁ ভাবে গানৰ বিষয়ে তেওঁলোকে কিবা আলোচনা কৰিছে বুলি, আৰু কমলাই তেতিয়া মাকে শুনাকৈ দুই-এষাৰ গানৰ কথা উলিয়াই মাকক নিশ্চিন্ত কৰি থয়। তেওঁ ভিতৰলৈ গৈ এপিয়লা চাহ বিনন্দলৈ পঠাই দিয়ে।

হাজৰিকাই বিনন্দক দেখি কলে, "এ, বিনন্দ দেখোন। বহুত দিন তোমাক দেখাই নাই।"

ভিতৰৰপৰা লৰি আহি ৰমলাই কৈ গল, "দেউতা দেউতা, বিনন্দ ককাইদেউ তুমি নথকাত আমাৰ ইয়ালৈ আহে নহয়। আমি তেওঁক দেখি থাকোঁ, তুমি হে নেদেখোঁ। পৰহি আহিছিল নহয়, নহয় নে বাৰু বাইদেউ? মোক লুজেন দিছিল আকৌ। বাইদেউৰ লগত বিনন্দ ককাইদেৱে কথা পাতি থাকে, মোক শুনিবলৈ নিদিয়ে। মোক ওচৰৰপৰা খেদাই দিয়ে বাইদেৱে। দেউতা, তুমি মোক ভাল চাই লৰা এটা আনি দিবাচোন। মই বাইদেউৰ দৰে কথা পাতি থাকিম, চাহ-মিঠাই খাবলৈ দিম, মৰম কৰিম।"

ভনীয়েকৰ কথা শুনি কমলা একেছাটে ভিতৰলৈ লৰ মাৰিলে। বিনন্দ যতে বহি আছিল ততে বহি থাকিল। হাজৰিকাই তেওঁক সুধিলে, "তোমাৰ মতলবটো কি মোক কোৱাঁচোন।"

বিনন্দ তললৈ মাটিৰ ফালে চাই ৰল যেন মাটিত কিবা লিখা আছে তাকে পঢ়ি তেওঁ কব। হাজৰিকাই আকৌ সুধিলে, "তোমাৰ মতলবটো কি?"

"মই কমলাক বিয়া কৰাব খোজোঁ।"

"গান শিকাই আৰু ৰেডিওত গান দি তুমি মাহে কিমান যোজগাৰ কৰা ?"

অলপ বৈ বিনন্দে খিৰিকীখনেদি বাহিৰলৈ চাই উত্তৰ দিলে, "হয় কোনো মাহত দুশ, কোনো মাহত আঢ়ৈ-শ, কেতিয়াবা তিনি-শ।"

"দেউতাৰা আছে নে নাই ?"

"নাই।"

"মাৰা ?"

"আছে।"

"ঘৰত আৰু কোন কোন আছে ?"

"দুটা ভাই আৰু এজনী কলেজত পঢ়া ভনী।"

হাজৰিকাই আঙুলিৰ মূৰত যেন কিবা হিচাপ কৰি চালে, তাৰ পিছত কলে, "পাঁচোটাকৈ খাওঁতা আৰু তোমাৰ সেই কেই টকা! ধৰা বাৰু তিনি-শই। বিয়া কৰাই চলিবা কেনেকৈ ? তাতে মোৰ সুখত উঠা ছোৱালী, চাকৰ-চাকৰনী নহলে এদিনো চলিব নোৱাৰিব। তুমি কমলাৰ আশা এৰি পেলোৱাঁ। মই ভাল কথাকে কৈছোঁ। তুমি ভালকৈ ভাবি চাবা।"

বিনন্দে ভালকৈয়ে ভাবি চালে। কেই দিনমানৰ পিছত হাজৰিকা কৰবালৈ যোৱাৰ সুবিধা লৈ বিনন্দে কমলাক নি বন্ধু এজনৰ সহায়ত ৰেজেষ্টৰী কৰি বিয়া কৰালে। গুৱাহাটীতে থকা মাহীয়েকৰ ঘৰলৈ যাওঁ বুলি আৰু তাৰপৰা পিছ দিনা ঘুৰি আহিব বুলি মাকক কৈ কমলা বিনন্দৰ কথা মতেই ঘৰৰপৰা ওলাই গৈছিল। পিছ দিনা বিনন্দ আৰু কমলা দুয়ো আহি হাজৰিকাক সেৱা কৰিলেহি, লগতে অৱশ্যে হাজৰিকানীকো। কমলাৰ কপালত সেন্দুৰৰ ফোঁট আৰু শিৰত সেন্দুৰৰ দীঘলীয়া ৰেখা দেখিয়েই বাপেক-মাকে সকলো বুজিলে।

হোৱা কথা হৈ গল বুলি হাজৰিকাই বিয়াখন সমৰ্থন

কৰিলে, কলে, "ভালেই হল একৰকম। বিয়াৰ খৰচটো মোৰ বাচি গল।"

হাজৰিকানীয়ে মাত লগালে, "ভালেই হল বুলিলে হব নে? এতিয়া অন্ততঃ আপোন মানুহ আৰু বন্ধু-বান্ধৱখিনিক নিমন্ত্রণ কৰি খুৱাব লাগিব। নুখুৱালে ভাল হব জানো? বিয়া যে হল তাকো মানুহে ভালকৈ জনা দৰকাৰ।"

"একো দৰকাৰ নাই। বিয়া মানুহৰ প্রাইভেট কথা, ঢোল-খোল বজাই মানুহ-দুনুহ মাতি খুৱাই-বুৱাই ৰজনজনা কৰিবৰ দৰকাৰ কি? এইবোৰত টকা খৰচ কৰা মানে অপব্যয় কৰা। বিয়া হল ভাল হল। তাৰ বাবে মানুহক খুৱাবৰ একো দৰকাৰ নাই।"

৫

অনিৰুদ্ধ দুৱৰাই তেওঁৰ ঘৰটো সাজিবৰ কাৰণে সভাৰাম ঠাকুৰীয়াৰপৰা বছৰি শতকৰা কুৰি টকা সুদত তিনি হেজাৰ টকা ধাৰলৈ লৈছিল। গৱৰ্ণমেণ্টৰ অনুগ্রহত আঢ়ৈ কঠা মাটি পাই অনিৰুদ্ধই গৱৰ্ণমেণ্টৰপৰা আঠ হেজাৰ টকা ধাৰলৈ ললে, নহলে তেওঁ ঘৰ সজাৰ কথা ভাবিবই নোৱাৰিলেহেতেন। পিছে এই আঠ হেজাৰ আৰু তেওঁৰ নিজৰ এহেজাৰমানৰ বাহিৰে আৰু টকা দৰকাৰ হোৱাত ঠাকুৰীয়াৰপৰা তেওঁ টকা ধাৰ কৰিব লগাত পৰিল।

ঘৰটো হলত অনিৰুদ্ধই ভেৰোণীয়া ঘৰটো এৰি দি নিজৰ ঘৰত উঠিলহি আৰু যোৱা দুবছৰ তাতে আছে। ঘৰৰ ভাৰাখিনি তেওঁৰ বাচিছে সঁচা; কিন্তু গৱৰ্ণমেণ্টৰ ধাৰৰ কিস্তি আৰু ঠাকুৰীয়াৰ টকাৰ সুদ দিওঁতে তাতকৈ সৰহ টকা তেওঁৰ গৈছে। গৱৰ্ণমেণ্টৰ টকাৰ কিস্তি দিয়াত কেতিয়াবা পলম হলেও ঠাকুৰীয়াক সুদ মাহে মাহে দিবই লাগিব। নহলে তেওঁ নিজে আহি ওলাবহি সুদৰ টকা লৈ যাবলৈ।

ঠাকুৰীয়াৰ লগত কথা আছিল সুদ নিয়মমতে মাহে মাহে

অনিৰুদ্ধই দি যাব আৰু মুল টকাখিনি একেলগে তিনি বছৰৰ ভিতৰত আদায় কৰিব। তিনি বছৰ পূৰ হবলৈ কেইমাহমান হে আছে। সেইদেখি ঠাকুৰীয়াই খৰখেদা লগাইছে আৰু তাগাদাৰ উপৰি তাগাদা দিছে, কৈছে, "টকা যদি দিব নোৱাৰে এতিয়া তেনেহলে নতুন হেণ্ডনোট এখনকে দিয়ক। মই আৰু এমাহ বাট চাম। আজি কি তাৰিখ? অক্টোবৰৰ পোন্ধৰ তাৰিখ। মই নবেম্বৰৰ পোন্ধৰ তাৰিখলৈকে ৰম। ইয়াৰ ভিতৰতে আপুনি টকা-খিনিকে যুৰাই দিয়ে বা হেণ্ডনোটখনকে সলাই দিয়ে, যি কৰে কৰিব। নহলে কাছাৰিলৈ যোৱাৰ বাহিৰে মোৰ আন উপায় নাই।"

ঠাকুৰীয়া ৰল, বৈ অনিৰুদ্ধৰ মুখলৈ চালে। অনিৰুদ্ধই একো নমতা দেখি তেওঁ আকৌ কলে, "আপুনি যদি বেয়া নেপায় মই কথা এটা কওঁ।"

"কি কথা?"

"আপুনি ঘৰটো বেচি নিদিয়ে কিয়? বেচিলে ময়ে লম—অৱশ্যে উপযুক্ত দাম দি। মোৰ ধাৰো মৰিব আপোনাৰ, গৱৰ্ণমেণ্টৰ ধাৰো মৰিব।"

"আপোনাক ঘৰ বেচি মই কলৈ যাম?"

"কেলেই? আপোনাৰ গাৱঁত ঘৰ আছে নহয়, তালৈ যাব।"

"নাই, গাৱঁত থাকিবলৈ ভাল নেলাগে।"

"গাৱঁতে উপজিলে, গাৱঁতে ডাঙৰ হল, এতিয়া বছৰচেৰেক নগৰত থাকিয়ে গাৱঁত থাকিবলৈ ভাল নলগা হল! আপোনাৰ নিচিনা জনা-বুজা মানুহে এনেকৈ কলে কেনেকৈ হয়? গাৱঁত বহুত অসুবিধা আছে হয়, কিন্তু সেইবিলাক দূৰ কৰাও জানো আপোনাৰ কাম নহয়? মই কওঁ আপুনি গাৱঁলৈ যকগৈ, তাত অলপ যত্ন কৰিলে ইয়াতকৈ বহুত ভালেৰে থাকিব পাৰিব। তদুপৰি আজিকালি যান-বাহনৰ দিনত আপোনাৰ গাৱঁৰপৰা ইয়ালৈ অহা-যোৱা কৰাত তো একো মস্কিল নাই। আপুনি নেভাবিব আপোনাৰ

ঘৰটো লবৰ কাৰণে মই আপোনাক গাৱঁলৈ যাবলৈ উপদেশ দিছোঁ।”

অনিৰুদ্ধই চাকৰটো মাতি কি বাজিছে ঘৰীটোত চাই আহিবলৈ কলে, আৰু তাৰ পিছত ঠাকুৰীয়াক সুধিলে, “আপুনি যে মোক গাৱঁলৈ যাবলৈ কৈছে, গাৱঁলৈ গলে মোৰ চাকৰিটোৰ কি হব? আপুনি জানো নেজানে মই চাকৰি কৰোঁ বুলি?”

“গাৱঁৰপৰা অহা-যোৱা কৰি আপুনি কাম কৰিব নোৱাৰিব জানো? পলাশবাৰীলৈ বাছ দেখোন আহি-গৈয়ে থাকে। সেইখন বাছত গলেই আপোনাৰ ঘৰ পায়, মই নেজানো জানো?”

“আপুনি দেখিছোঁ মোৰ ভালকৈয়ে খবৰ ৰাখিছে।”

“নৰাখি কেনেকৈ? টকা দিয়াৰ আগতে সকলো ভু-ভা লৈ থৈছোঁ।”

“ৰাৰু আপুনি যে মোৰ ঘৰটো লব খুজিছে দাম কিমান দিব? মাটি আঢ়ৈ কঠা।”

ঠাকুৰীয়া অলপ বেলি নিতাল মাৰি ৰল, সম্ভৱতঃ হিচাপ কৰি চালে কিমান দাম দিলে ঠিক হব, কিন্তু নিজে একো নকৈ অনিৰুদ্ধকে সুধিলে, “আপুনিয়েই ককচোন, কিমান দাম পালে আপুনি বেচিব।”

এইবাৰ অনিৰুদ্ধৰ হিচাপ কৰিবৰ পাল! তেওঁ হিচাপ কৰি চাই কলে, “পয়ত্ৰিশ হেজাৰ টকা দিলে ঘৰে-মাটিয়ে পাব আপুনি। পয়ত্ৰিশ হেজাৰৰ অৱশ্যে তিনি হেজাৰ কম।”

“মই কওঁ নে মই কিমান দিম? মই দিম ত্ৰিশ হেজাৰ, তাৰপৰা অৱশ্যে আপুনি ধাৰে লোৱা তিনি হেজাৰ বাদ দি। এক কথা—খাটাং।”

একে সুৰতে অনিৰুদ্ধয়ো কলে, “মোৰো এক কথা—খাটাং। আপুনি যদি মোক হেণ্ডনোটখন ঘূৰাই দিয়ে আৰু তাৰ লগতে যদি আপোনাৰপৰা বত্ৰিশ হেজাৰ টকা পাওঁ তেনেহলে ঘৰে-মাটিয়ে আপোনাক বেচি মই গাৱঁলৈকে গুচি যাম। নহলে মাটি-ঘৰো নেবেচোঁ, গাৱঁলৈকো নেযাওঁ।”

"একো কথা নাই। মোৰ কথাও খাটাং—পোন্ধৰ নবেম্বৰৰ ভিতৰত টকা বা নতুন হেণ্ডনোট নেপালে কাছাৰিত গোচৰ তৰিম। তেতিয়া বেয়া নেপাব।"

ঠাকুৰীয়া গলত অনিৰুদ্ধই বহা ঠাইতে কিছু পৰ ভাবি-গুণি বহি থাকিল। ঠাকুৰীয়াৰপৰা টকা ধাৰলৈ লোৱাটোৱেই তেওঁৰ ভুল হল। গৱৰ্ণমেণ্টৰ ধাৰবো এতিয়া বহুত টকা বাকী। তেওঁ ভাবিলে, ত্ৰিশ হেজাৰমান টকা পালে ঘৰে-মাটিয়ে বেচি গাৱঁলৈকে যোৱা ভাল।

৬

আন কাৰোবাৰপৰা তিনি হেজাৰ টকা ধাৰলৈ আনি ঠাকুৰীয়াৰ ধাৰখিনি পৰিশোধ কৰাৰ কথাও অনিৰুদ্ধই ভাবিলে। কিন্তু একেই কথা। ঠাকুৰীয়াৰ টকা যেনেকৈ দিব পৰা নাই তেনেকৈ ইজনৰ টকাও দিব পৰা নেযাব, আৰু তেৱোঁ ৰাম-টাঙোন জোকাৰিব। টকা ধাৰে দিয়া মানুহ আটাইবোৰ একে সাঁচতে গঢ়া।

অনিৰুদ্ধই ভাবিলে ঠাকুৰীয়াই ঠিকেই কৈছে, ঘৰে-মাটিয়ে বেচি গাৱঁলৈ যোৱাই ভাল কথা। তেওঁ মাটি-ঘৰ বেচি গাৱঁলৈকে যাব, তাতে থাকিবগৈ। নতুনকৈ ঘৰ এটা সজাব লাগিব, ইয়াৰটোৰ সমান ভাল নহলেও হব। মাটিৰ ধান পোৱা যাবই। ভাল গৰু এজনী লব লাগিব, পুখুৰীটো আৰু অলপ ডাঙৰকৈ খনাই মাছ পুহিব লাগিব, শাক-পাচলিও বাৰীতে হব। বহুত কম খৰচতে গাৱঁত থাকিব পৰা যাব। শাক-পাচলি বেছিকৈ কৰিব পাৰিলে বেচিবও পৰা হব, গাৱঁৰপৰাই মানুহে লৈ আহিবগৈ। তামোল আৰু নাৰিকল গছ কেইজোপামান আছেই, নতুনকৈ কেইজোপামান লগাব লাগিব। ভালকৈ লগাব পাৰিলে সময়ত ভালকৈয়ে পইচা পোৱা যাব। যিমানেই ভাবিলে সিমানেই অনিৰুদ্ধৰ ভাল লাগি গল। কথাটো আগতে তেওঁৰ মনত খেলোৱা নাছিল কেলেই?

হাজৰিকাক আগতে দেখি অনিৰুদ্ধৰ সোণালী সপোন

কেনিবাদি উটি-ভাহি গল। তেওঁ থকমককৈ পোন হৈ বহিল আৰু "বু ঢ়াটো আকৌ ওলালহি" কথাষাৰ জিভাৰে জোৰ কৰি চেপি ধৰিলে, বাহিৰলৈ ওলাবলৈ নিদিলে। খালী হৈ থকা চকীখনত হাজৰিকা বহিলত অনিৰুদ্ধই সুধিলে, "কৰপৰা আহিল ?"

"এই বাটে বাটে অলপ ঘূৰি আহিলোঁ।"

হাজৰিকাই তেনেকৈ কলেও অনিৰুদ্ধই বুজিলে হাজৰিকাই বাটে বাটে ঘূৰি অহা নাই, বাটে বাটে গৈ কাৰোবাৰ ঘৰত "ট্ৰিবিউন"খন পঢ়ি আহিছে। খবৰকাগজ পঢ়াত তেওঁৰ চখ আছে, কিন্তু খবৰকাগজত পইচা ভঙাৰ চখ নাই। হাজৰিকাই অৱশ্যে "নতুন অসমীয়া"খন লয়, কাৰণ কাগজখন ঘৰৰ ঘৰোৱাহে পঢ়ে, আৰু বৰঙণি বাকী পৰিলেও আদায় কৰি দিয়ে। তেওঁ কলিকতীয়া কাগজ এখনো নৈছিল, পিছে বৰঙণি বাকী পৰিলত কাগজখন এৰি দিলে আৰু বাকী পৰা বৰঙণিৰ টকা সাধিবলৈ আহিলত মানুহটোক তেওঁ জবাব দিলে, "তহঁতৰ কলিকতীয়া কাগজে আমাক গালিও পাৰিব আৰু পইচাও বিচাৰিব। আমি গালিও খাম আৰু পইচাও দিম। সেই কথা নহৈছে। টকা দিবলৈ নাই, যি কৰ কৰগৈ।" মুখেৰে তেনেকৈ কলে হয়, কিন্তু পিছত নিজেই গৈ হাজৰিকাই টকাখিনি দি আহিলগৈ।

চাকৰটোৱে হাজৰিকা আৰু অনিৰুদ্ধক চাহ দি গলহি। চাহত দীঘলকৈ এসোহা মাৰি একো পাতনি নেমেলি হাজৰিকাই সুধিলে, "তুমি বোলে ঘৰে-মাটিয়ে বেচিব খুজিছা ?"

"এৰা খুজিছোঁ। আপোনাক কোনে কলে ?"

"কোনে কব আৰু ? যাক বেচিব খুজিছা তেৱেঁই কলে—সভাৰাম ঠাকুৰীয়াই।"

"আপুনি লব নে কি ? দাম কিন্তু পয়ত্ৰিশ হেজাৰ।"

"দামৰ কথাও তেওঁ মোক কৈছে। তেওঁ বোলে ত্ৰিশ হেজাৰতকৈ বেছি নিদিয়ে।"

"তেওঁ কৈছে হওঁতে। মই একো থিৰ কৰিব পৰা নাই।"

হাজৰিকাই পিয়লাটোৰ চাহখিনি খাই শেষ কৰি পিয়লাটো পিৰিচখনৰ ওপৰত তুলি থলে, থৈ সুধিলে, "তুমি নো ঠাকুৰীয়াক কিমান টকা দিব লাগে ?"

"তিনি হেজাৰ।"

"তেওঁৰপৰা টকা লবলৈ নো তোমাক পাইছিল কিহে ?"

"নলৈ উপায় নাছিল। নোলোৱা হলে ঘৰেই নহলহেতেন।"

"টকাৰ ইমান দৰকাৰ পৰিছিল যদি মোকে কব পাৰিলাহেতেন। মই দিলোঁহেতেন তোমাক টকা।"

"আপুনি টকা ধাৰলৈ দিয়ে বুলি নেজানো নহয়।"

"টকা মই ধাৰলৈ নিদিওঁ সঁচা; কিন্তু তোমাক দিলোঁহেতেন তুমি ঠাকুৰীয়াৰপৰা টকা ধাৰলৈ লব খুজিছাঁ বুলি শুনা হলে। তেওঁৰপঁৰা টকা ধাৰলৈ লৈ মাটি-ঘৰ ৰাখি থাব নোৱাৰিবা।"

অনিৰুদ্ধই কলে, "দিয়ক তেনেহলে এতিয়াও টকা আপুনি, মই ঠাকুৰীয়াৰ ধাৰ মাৰি দিওঁ।"

"ঠাকুৰীয়াৰ ধাৰ বাৰু মাৰিলা। মোৰ ধাৰ মাৰিবা কেনেকৈ ?"

"অৱশ্যে সেইটোও ভাবি চাবলগীয়া কথা। তথাপি তিনি বছৰলৈ আকৌ সকাহ পালোঁ। বেচিব লাগিলে মাটি-ঘৰ তেতিয়াই বেচিম। দাম তেতিয়া বেছি পাম।"

হাজৰিকা চকীৰপৰা উঠিল। তেওঁ কলে, "কাইলৈ পুৱা যাবা তুমি মোৰ ঘৰলৈ, মই দিম তোমাক তিনি হেজাৰ টকা।"

৭

পিছ দিনা অনিৰুদ্ধ গলত হাজৰিকাই তেওঁক আদৰ-সাদৰ কৰি বহুৱালে আৰু তিনি হেজাৰ টকাৰ চেক এখন লিখি আনি তেওঁৰ হাতত দিলে। অনিৰুদ্ধই চেকখন লৈ ভাজ কৰি তেওঁৰ জেপত সুমাই থলে আৰু জেপৰপৰা উলিয়াই হেণ্ডনোটখন হাজৰিকাক

দিলে। বছৰি শতকৰা কুৰি টকাকৈ সুদ ধৰি তেওঁ ঘৰতে হেণ্ডনোটখন লিখি টিকট লগাই ঠিক কৰি আনিছিল।

হাজৰিকাই হেণ্ডনোটখন লৈ পঢ়ি চালে আৰু ছিৰাছিৰ কৰি ফালি পেলালে। অনিৰুদ্ধ আচৰিত হোৱাত তেওঁ একো আচৰিত নহল। তেওঁ কলে, "তোমাক মই টকা নিবলৈ হে মাতিছিলোঁ, হেণ্ডনোট আনিবলৈ কোৱা নাছিলোঁ নহয়। বাৰু, আনিছিলা যদি আনিছিলা, সুদ কুৰি টকা বুলি লিখি আনিছিলা কিয়? সুদলৈ টকা ধাৰে দিয়া তুমি মোক সভাৰাম ঠাকুৰীয়া পাইছাঁ নে কি?"

অনিৰুদ্ধ এইবাৰ আগতকৈও আচৰিত হল। আগতে আচৰিত হওঁতে অনিৰুদ্ধই ভাবিছিল কিজানি হাজৰিকাক আৰু বেছিকৈ সুদ লাগে, সেইদেখিয়েই তেওঁ হেণ্ডনোটখন ফালি পেলালে। অনিৰুদ্ধ বিমোৰতে পৰিছিল—যদি হাজৰিকাই কুৰি টকাতকৈ বেছিকৈ সুদ বিচাৰে তেনেহলে তেওঁ কৰিব কি? তেওঁৰপৰা টকা ধাৰে লব নে নলয়? কিন্তু এতিয়া হাজৰিকাই এইবোৰ কি কৈছে! হাজৰিকা ইমান উদাৰ বুলি সপোনতো কোনো-কাহানিও অনিৰুদ্ধৰ মনলৈ অহা নাই। অনিৰুদ্ধই এক অভিনৱ তৃপ্তি অনুভৱ কৰিলে। তেওঁ হাজৰিকাক কলে, "সুদ বাদ দিয়েই তেনেহলে আপোনাক হেণ্ডনোট এখন লিখি দিওঁ।"

"হেণ্ডনোট লৈ মই কৰিম কি? তোমাৰ ওপৰত কাছাৰিত টকাৰ বাবে গোচৰ তৰিমগৈ নে? আজিলৈকে কাৰো ওপৰত মকৰ্দমা কৰি পোৱা নাই, তোমাৰপৰা টকা উলিয়াবলৈকো কাছাৰিলৈ নেযাওঁ। তুমি মোক হেণ্ডনোট নিদিলেও হব।"

"কিন্তু হেণ্ডনোট নথকাৰ সুবিধা লৈ মই যদি আপোনাক টকা নিদিয়া হওঁ?"

হাজৰিকা চকীখনত কুঁজা হৈ বহি আছিল। অনিৰুদ্ধৰ কথা শুনি তেওঁ পোন হৈ বহিল আৰু কৈ গল, "নিদিলে নিদিবা।

মোৰ যেনিবা এই তিনি হেজাৰ টকা নাছিলেই। এই টকাখিনি তুমি মোক ঘূৰাই নিদিলে মই নেকেঁকাওঁ। কিন্তু তুমি এই টকাখিনি নেপালে কিজানিবা বেঁকাব লগাত পৰে, তাকে ভাবি তোমাক এই টকাখিনি দিছোঁ।”

“টকা মই ঘূৰাই নিদিম কেলেই? দিম। কিন্তু দিওঁতে মোৰ পলম হব। মোৰ সুবিধা মতে হে দিব পাৰিম।”

“তোমাৰ সুবিধা মতেই তো দিবা। তোমাৰ সুবিধা মতে কিস্তি বান্ধি মাহে মাহে মোক দি গলেই হব। যোৱাঁ এতিয়া, গৈ ঠাকুৰীয়াক টকাখিনি দি হেণ্ডনোটখন আনি ফালি পেলোৱাঁহি। সেইটো হে প্ৰথম কথা।”

ইয়াৰ পিছত “আকৌ বুঢ়াটো ওলালহি” কথাষাৰ অনিৰুদ্ধ ভুৱৰাৰ মুখৰপৰা একেবাৰে বাদ পৰিল।

১৯৬১

# চিকাৰী

গোটেই গাওঁখনত ভবানীৰ বৰ নাম চিকাৰী বুলি। চিকাৰী হোৱা তো দূৰৰ কথা, চাৰি-পাঁচ মাইলৰ ভিতৰত আন কাৰো বন্দুক এটাকে নাই।

কত যে গল্প ভবানীৰ বাহাদুৰীৰ বিষয়ে। ভবানী গৰমপানীলৈ গৈছিল গৰুগাৰী এখনত উঠি। দুয়োকাষে আঙুলি সুমুৱাব নোৱাৰা হাবি। গৰুহালৰ ডিঙিৰ টিলিঙা বাজি গহীন ৰাতি আৰু গহীন কৰি তুলিছিল। গাৰীৰ জোকাৰণিত ভবানীৰ টোপনি অহা নাছিল, চকু মুদি টোপনি যাবলৈ চেষ্টা কৰিছিল যদিও। এনেতে গাৰোৱান-টোৱে ভবানীক হাতেৰে ঠেলি আগলৈ দেখুৱাই দিলে। ভবানীয়ে খক্‌মক্‌কৈ বহি বাহিৰলৈ চাই দেখিলে কেইহাতমান আঁতৰত আলিৰ ওপৰতে দঁতাল হাতী।

গাৰোৱানটোৱে গাৰীৰ ছৈত বান্ধি থোৱা কেৰাচিন তেলৰ টিনটো বজায় হে বজায়, গজেন্দ্ৰৰ সাৰ-সুৰেই নাই। আলিটোৰ ওপৰতে পথালিকৈ থিয় দি হাতীটোৱে গছ এজোপাৰ কোমল ডাল-পাত ভাঙি ভৰিত আছাৰি মুখত সুমুৱাই আছে। কি কৰা যায়? বাটতে এনেকৈ ৰৈ থাকিলে হব নে? টিন কোবাই কোবাই গাৰোৱানৰ হাত বিষাই গল, কিন্তু গজেন্দ্ৰৰ গা নলৰিল। ভবানী নামিল গাৰীখনৰপৰা, নামি দিলে মাৰি এজাঁই গুলী হাতীটোৰ গলধনলৈকে। হাতীটোৱে তৰানৰা ছিঙি পলাই পত্ৰং দিলে।

ভবানীয়ে হাতীটোৰ সমুখলৈ গৈ কুমলৈকে গুলী এটা বা দুটা মাৰি একেবাৰে হাতীটোক শেষ কৰি থোৱাৰ কথাকে ভাবিছিল।

বিশেষ একো ডাঙৰ কথা নাছিল, সাহ আৰু নকঁপা হাত মাথোন দৰকাৰ, আৰু ভবানী দুয়োটাতে পিছপৰা নহয়। পিছে হাতীটো যদি তাতে মৰে—যদি কিয়, মৰিবই—তেতিয়া আলিটো বন্ধ হৈ গলে গাৰোৱানে গাৰীখন পাৰ কৰি নিব কেনেকৈ! আলিটো ঠেক, সেইখিনিত দুফালে কেইজোপামান ডাঙৰ গছে আৰু ঠেক কৰি পেলাইছিল। সেইদেখি ভবানীয়ে গজেন্দ্ৰক হাতত পায়ো সংহাৰ নকৰি খেদাই পঠালে।

এবাৰ আকৌ হল কি? ভবানীৰ ঘৰৰপৰা তিনি মাইলমান দূৰত গঁড় এটা ওলাই গোটেইখন তহিলং কৰি ফুৰিছে বুলি খবৰ আহিল। কাজিৰঙা তেতিয়া বিখ্যাত হৈ উঠা নাছিল আৰু অসমত গঁড় সংৰক্ষণৰ কাৰণে গৱৰ্ণমেন্টেও একো বিধি-ব্যৱস্থা লোৱা নাছিল। গঁড় ওলোৱা গাওঁখনলৈ গৈ ভবানীয়ে গম পালে যে গঁড় তাৰপৰা গল। বন্দুকটো খাজি লৈ পম খেদি খেদি গঁড়টো উলিয়াই ভবানীয়ে দিলে গুলী এটা সুমাই ঠিক খৰ্গটোৰ ওপৰতে। সেই ফালেই গঁড়ৰ শেষ। "একেপাট শৰে বালী শঙ্কলিলা জীৱ।" বিষয়-বুদ্ধি-নথকা মানুহ ভবানী, গঁড়ৰ খৰ্গটো আনো বোলা হলে তাৰ হাতত ধৰোঁতা কোনো নাছিল, কিন্তু সি নানিলে। গঞাঁলৈকে খৰ্গটোৰে সৈতে গঁড়টো ভবানীয়ে এৰি থৈ আহিল।

গল্পবিলাকৰ জন্মদাতা অৱশ্যে ভবানী নিজেই। সেয়ে মানুহৰ মুখে মুখে বাগৰি ৰং-ৰহণ- সানি আৰু তমস্কাৰ হৈ পৰিছিল। ভবানীক যদি কোনোবা আপদীয়া কথাৰ-মুখত-কথা-কোৱাই সোধে, গৰমপানীৰ বাটত হাতীটোক যে গুলীয়াইছিল, সেই দিনা তালৈ সি কাৰ গাৰীত গৈছিল আৰু গাৰোৱানটোৰ নাম কি আছিল, তেতিয়া ভবানীয়ে নাই আন কথা উলিয়ায় নহলে নাম-ধাম পাহৰে, নাইবা পিছত কম বুলি কয়। পিছত কিন্তু কোৱা আৰু নহয়। গঁড় মৰা গল্পটোৰ বিষয়ে সুধিলে ভবানীয়ে গাওঁ এখনৰ কথা কৈ ঘটনাটোৰ প্ৰত্যক্ষদৰ্শী বুলি এনে দুই-চাৰিজনৰ নাম কয় যে

কোনোবাই যদি গৈ খবৰ কৰে তেনেহলে দেখিব যে সেই নাম আৰু চেহেৰাৰে মিলা মানুহ গাওঁখনত নাই।

ভবানীৰ ওফাইডাং মৰা কথাবিলাক শুনিবলৈ ভাল, সেই দেখিয়েই মানুহে শুনে আৰু মানুহে শুনে দেখিয়েই সি কয়।

২

ভবানীৰ পূৰা নাম ভবানীচৰণ দাস, কিন্তু আশে-পাশে গোটেইখনতে সি ভবানী চিকাৰী বুলি হে জনাজাত।

বঙ্গদেশৰ কোনোবা এখন গাৱঁত ভবানীৰ ঘৰ। জমিদাৰৰ তলতীয়া ৰায়ত, কোনোমতে দুখে-কষ্টে পেট প্ৰবৰ্ত্তাইছিল। কলিকতালৈ গলে কিজানি কিবা সুবিধা হয় এই আশাকে বুকুত বান্ধি গিৰীয়েক-ঘৈণীয়েক কলিকতা ওলালহি। পালে লগ দুয়োটাকে অসমৰ চাহ বাগিচালৈ বনুৱা চালান দিয়া আৰিকাটীয়ে। আৰিকাটীয়ে মানুহ চিনে; চিনি সিহঁতক সুধিলে, "কাম কৰিবি নে তহঁতে?"

"কৰিম তো! কাম কৰিবলৈকে আহিছোঁ। কি কাম?"

"ভাল কাম। চাহ বাগিচাত কাম কৰিব লাগিব। তই লিখা-পঢ়া জান জানো? তোৰ নাম লিখিব পাৰ? ইংৰাজীত নহয় বঙলাত লিখিব পাৰিলেই হব। পাৰ? তেনেহলে তো কথাই নাই। তই মহৰী কামকে পাবি। কাম বেছি নাই, দিনে চাৰি-পাঁচ ঘন্টা। বনুৱাবিলাকে কাম কৰা চাই ফুৰিব লাগিব, তদাৰক কৰিব লাগিব। হোঁ, খা এই বিড়িটো!"

ভবানীয়ে আৰিকাটীটোৰ হাতৰপৰা বিড়িটো লৈ জেপত সুমাই থলে আৰু তাৰ বাওঁ কাণ আৰু চুলিৰ মাজৰ খোৰোংটোত গুজি থোৱা আধাপোৰা বিড়িডোখৰ উলিয়াই আনি জুইচলাৰ কাঠি এটা মাৰি জলাই লৈ এহোঁপা মাৰি নাকেদি এসোপা আৰামৰ ধোঁৱা এৰি দি সুধিলে, "কিমান দৰমহা দিব?"

"পাবি মাহে কুৰি-পঁচিশ টকা। থাকিবলৈ ঘৰ পাবি, বেমাৰ

হলে দৰব পাবি, ডাক্তৰে ঘৰতে আহি চাই যাবহি, একো দিব নেলাগে। বছৰত এবাৰ ঘৰলৈ আহিব পাৰিবি এমাহৰ কাৰণে, দৰমহাও পাবি, ৰেলত অহা-যোৱাৰ খৰচো পাবি। ঘৈণীয়েৰেও কাম কৰিব পাৰিব। তাই চাহপাত তুলিব লাগিব। এঘণ্টা কাম কৰিলে তাই পাব দু-অনা, দুঘণ্টা কৰিলে চাৰি-অনা, তিনিঘণ্টা কৰিলে ছয় অনা। যেই ঘণ্টা কৰোঁ বোলে সেই ঘণ্টা কাম কৰিব পাৰিব। পূজাৰ সময়ত তাইক ভাল শাৰী আৰু চোলা দিব।"

ভবানীয়ে হিচাপ কৰি চালে। গিৰীয়েক-ঘৈণীয়েক দুয়ো কাম কৰিলে মাহেকত দেখোন ভালেখিনি টকাই হয়। বাকীবোৰ সি বাৰু এৰিছেই। ঈশ্বৰে কিজানি ইমান দিনৰ মূৰত সিহঁতলৈ মুখ তুলি চাইছে। তেনে এটা ভাবকে লৈ ভবানীয়ে আৰিকাটীটোক সুধিলে, "কলৈ যাব লাগিব আমি ? কিমান দূৰ ইয়াৰপৰা ?"

"কামৰূপ-কামাখ্যাৰ নাম শুনিছ নহয়, তালৈকে যাব লাগিব।"

ভবানীৰ বুঢ়ীমাকৰ বহুত দিনলৈকে লৰা-ছোৱালী হোৱা নাছিল। কেনেকৈ অনেক কষ্ট কৰি কামাখ্যালৈ আহি পাণ্ডা এজনৰ ঘৰত চাৰি-পাঁচ দিন থাকি কামাখ্যা মাইক দৰ্শন কৰি পূজা দি বুঢ়ীমাক ঘৰলৈ উলটিল আৰু তাৰ পিছত সময়মত ভবানীৰ বাপেকৰ জন্ম হল—সেই কথা বুঢ়ীমাকে ভবানীক সৰুতে কৈছিল। কামাখ্যা গোসানীয়ে কৰোঁ বুলিলে কৰিব নোৱাৰে কি ? ভবানীৰ মনটো উৎফুল্ল হৈ উঠিল।

আৰিকাটীটোৱে ভবানীৰ গাটো ৰঞ্জিৎ লাগি যোৱাকৈ এইবাৰ কলে, "যাওঁতে বাটত কামাখ্যা দৰ্শন কৰি যাব পাৰিবি। তাত পূজা দি যাবি, তেতিয়া তোৰ জীৱনত কোনো দিনে একো দুখ-কষ্ট অপায়-অমঙ্গল নহয়। বৰ জাগ্ৰত গোঁসানী কামাখ্যা মাই।"

"ইয়াৰপৰা কেনেকৈ যাম ? যাওঁতে কেই দিন লাগিব ?"

"ইয়াৰপৰা ৰেলেৰে যাবি। আজি ৰেলত উঠিলে কাইলৈ গুৱাহাটী পাবিগৈ। তাতে নামি কামাখ্যা মাইক দৰ্শন কৰি পূজা

দি পিছ দিনা আকৌ ৰেলত উঠিলে তাৰ পিছ দিনা বাগিচা পাবিগৈ। ৰেল-ষ্টেছনৰ ওচৰতে বাগিচা।"

"ৰেলত যাবলৈ আমাক ধন দিব কোনে? আমাৰ হাতত তো টকা-পইচা নাই।"

"সেইবোৰ একো ভাবিব নেলাগে তই। মই সকলো বন্দবস্ত কৰি দিম। অকল তইঁত দুটাই নেযায় নহয়, আৰু মানুহ যাব। ৰেলৰ ভাৰা, বাটৰ খোৱা খৰচ, কামাখ্যা মাইৰ পূজাৰ খৰচ, সকলো খৰচ কোম্পানীয়ে দিব। কোম্পানীৰ মানুহ যাব নহয় তইঁতৰ লগত। তইঁত মাথোন যাবলৈ ওলা।"

উৎসাহেৰেই ভবানীয়ে কলে, "আমি ওলায়ে আছোঁ।"

এনেকৈয়ে আৰিকাটীটোৱে চলাই-ভুলাই ষ্টাম্প মৰা কাগজত ভবানী আৰু ঘৈণীয়েকৰ চহী লৈ সিহঁতক খুৱাই-বুৱাই শিয়ালদহ ষ্টেছনলৈ নি অসমলৈ অহা ৰেলত তুলি দিলে। গুৱাহাটীত এৰাতি সিহঁত দুয়ো আৰু আন বনুৱাবিলাকো ৰেল-ষ্টেছনৰ ওচৰত বনুৱা ডিপোত পৰি থাকি পিছ দিনা আকৌ ৰেলত উঠিল। নীলাচল পাহাৰটো ভবানী আৰু ঘৈণীয়েকে দেখিলে দূৰৰপৰা, কামাখ্যা দৰ্শন হলে নহল।

৩

প্ৰথম দিনাই ভবানীৰ সোণালী সপোন ভাগিল। সি বাগিচাত বনুৱাৰ কাম চোৱা মহৰি হব নালাগিব, বনুৱাৰ কামকে কৰিব লাগিব সি, কোৰ মৰা কাম। ঘৈণীয়েকে অৱশ্যে চাহপাতকে তুলিব লাগিব, কিন্তু এফালৰপৰা খপজপকৈ তুলি গলে নহব, তুলিব লাগিব দুটা কুঁহিপাত আৰু এটা কলি। দৰমহা পাব আৰিকাটী-টোৱে কোৱাতকৈ বহুত কম।

এমাহমান হওঁতে নৌ হওঁতেই ভবানীৰ মন লেৰেলি গল। পুৰণা বনুৱাবিলাক কামলৈ ওলাবলৈ আৰু আবেলি কামৰপৰা ঘৰাঘৰি

যাবলৈ কলঘৰে যি উকি মাৰে তাত ভবানীয়ে শুনিলে ডাবি-ধমকি আৰু গঞ্জনা-গৰিহনাৰ কৰ্কশ ধ্বনি। ভবানীয়ে দেখিলে কেনেকৈ ৰসাল সেউজীয়া চাহপাতবোৰ ছিঙি আনি পিহি-খুন্দি-ভাজি শুকান খৰ্খৰীয়া কৰি পেলোৱা হয়। ৰসাল সেউজীয়া বনুৱাও বাগিচাত তেনেকৈয়ে কিজানি শুকান খৰ্খৰীয়া হৈ যায়। ভবানীৰ মনত হল উতলা পানীত চাহপাত দিলে তাৰপৰা যি ৰং ওলায় তাত মিহলি হৈ থাকে বাগিচাৰ বনুৱাৰ বুকুৰ কেচা তেজ।

ভবানীয়ে কোৰ মাৰি যায়, ঘৈণীয়েকে চাহপাত তোলে আৰু বুঢ়া চৰ্দ্দাৰৰ হুঁটা গালি আৰু ডেকা পাত-মহৰিৰ মিছা খণ্ডৰ কোমল ভৎসনা পায়। পাত তোলোঁতে পাত-মহৰিয়ে বাৰে বাৰে তাইৰ মুখ আৰু বুকুলৈ চায় আৰু অকলে তাইক লগ পালে মৰমৰ কথা শুনায়। কিন্তু বাগিচাৰ এচিষ্টেণ্ট মেনেজাৰটো পাত-মহৰিতকৈ একাঠি চৰা। সি অকল তাইক চাই বা দুই-এষাৰ কথা কৈয়েই নেৰে, সি তাইক বঙলালৈ মাতে আৰু কাপোৰ-কানি টকা-সিকা দিব বুলি লোভ দেখুৱায়।

এই কথাই কথা নহয়, ইয়াত আৰু কাম কৰিব নোৱাৰি। ভবানী বাগিচাৰ চুপাৰিণ্টেণ্ডেণ্ট ৰৰ্জাচ চাহাবৰ কাষ পালেগৈ। বাগিচাতে কাম কৰি ৰৰ্জাচ চাহাবে চুলি পকালে, কমেও চল্লিশ বছৰ তেওঁ অসমত আছে, আৰিকাটীৰ কাণ্ড-কাৰখানা তেওঁ সকলো জানে। এনে দৰে চলাহি কথা কৈ ফুচুলাই বনুৱা অনাটো যে বে-আইনী তাকো তেওঁ বঢ়িয়াকৈ বুজে। ভবানীয়ে চাহাবক আদ্যোপান্ত সকলো কলে, আৰিকাটীৰ ইতিহাসো কলে আৰু বাগিচাৰ অভিজ্ঞতাও বৰ্ণালে। এনে হব বুলি এধানমানো সন্দেহ হোৱা হলে আৰিকাটীৰ কথাত ভোল গৈ সিহঁত কেতিয়াও ইয়ালৈ নাহিলহেতেন। সি নিজেও কলে আৰু ঘৈণীয়েকৰ হতুৱায়ো ছোট চাহাবে তাইলৈ নজৰ দিয়াৰ কথা চুপাৰিণ্টেণ্ডেণ্টক জনালে। পাত-মহৰি মাজতে সাৰিল।

চুপাৰিণ্টেণ্ডেণ্টে ভবানীৰ ঘৈণীয়েকক সুধিলে, "ছোট চাহাব কিয়া কহা?"

"বহুত খাৰাপ বাত বলিছে হজুৰ।"

"খাৰাপ বাত! কিয়া খাৰাপ বাত?"

"কহিতে নাহি পাৰিবে চাহাব। বহুত চৰম্‌কা বাত। চাহাব, তুমি আমাৰ বাপ্‌কা মাফিক আছে। তোমাকে চৰম বাত বলিতে আমি নাহি পাৰিবে।"

তাই নকলেও চুপাৰিন্টেণ্ডেণ্টৰ বুজিবলৈ বাকী নাথাকিল। চাহাবে তাইক তেনেকৈ সুধিছিল তাইৰ লগত অলপমান চুপতি মাৰি ৰং কৰিবলৈকে। বুঢ়া হলেও চুপাৰিণ্টেণ্ডেন্টৰ চেঙেলীয়া মন। ভবানীৰ ঘৈণীয়েক বগাও নহয় কলাও নহয় বৰণেৰে আৰু ঘূৰণীয়া নিমজ কোমল মুখখনেৰে এনে এজনী সুঠাম লনি গাভৰু যাৰ কাষত ক্ষন্তেকলৈ হলেও বুঢ়া-মেঠায়ো ঠন ধৰি উঠে। একালত চুপাৰিণ্টেণ্ডেণ্টেও বনুৱানী মেম ৰাখিছিল, কিন্তু এতিয়া তেওঁৰ বিলাতী মেম। ভবানীৰ ঘৈণীয়েকলৈ তেওঁৰ এতিয়া চকু দিবৰ উপায় নাই।

ৰজার্চ চাহাব নহৈ আন চাহাব হোৱা হলে কথা বিসঙ্গতিয়েই হলহেতেন, সৌকাৰ কোবত পিঠি চিৰাচিৰ হলহেতেন ভবানীৰ। ঘৈনীয়েকো শুদাই নাসাৰিলহেতেন। কোম্পানীয়ে এমুঠি ধন খৰচ কৰি বাগিচালৈ সিহঁতক হাওয়া বদলাবলৈ অনা নাই নহয় যে যাওঁ বুলিলেই সিহঁতক যাবলৈ দিব। ইমানবোৰ বনুৱাই বাগিচাত যদি কাম কৰিব পাৰিছে সিহঁতে নো নোৱাৰিব কিয়? নোৱাৰিলেও কাম কৰিব লাগিব, নিস্তাৰ নাই।

কিন্তু ৰজার্চ চাহাব মোলায়েম আৰু বিবেচক মানুহ। ভবানী আৰু তাৰ ঘৈণীয়েকৰ কথা সম্পূৰ্ণে উপলব্ধি কৰি চাহাবে সিহঁতক বাগিচা এৰি যাবলৈ কলে।

৪

ভবানীহঁত ওচৰৰ গাওঁখনতে থাকিবলৈ আহিল। ৰাজআলিৰ কাষতে চৰকাৰী মাটি ভালেখিনি আছিল, তাৰে এমূৰে এডোখৰত ভবানীয়ে ঘৰ সাজিলে। গাৱঁৰ মানুহে এই বিষয়ত তাক যথেষ্ট সহায় কৰিলে। ঘৰৰ কাৰণে যি বাঁহ লাগিল গাৱঁৰ মানুহেই দিলে আৰু তেওঁলোকৰ কথা মতেই সি ব্ৰহ্মপুত্ৰৰ পাৰৰ চাপৰিৰপৰা খেৰ কাটি আনিলে। পোনতে আহি সিহঁত মানুহ এঘৰৰ ভঁৰালৰ আগৰ ছালিডোখৰতে আছিল। ঘৰ হলত তালৈ গৈ সিহঁতে আকৌ জীৱন আৰম্ভ কৰিলে।

অসমৰ গাৱঁত থাকিবলৈ সহজ, তেতিয়াৰ দিনত আৰু সহজ আছিল। কোনোবা ধনী খেতিয়কৰ ঘৰলৈ গৈ ভবানীৰ ঘৈণীয়েকে ধান কেইপুৰামান জাৰি সিহঁত দুটাক সাত-আঠ দিন জোৰাকৈ ধান এপাচি লৈ আহিব পাৰে। লাই-লফা আদি বাৰীৰ শাক খুজিলে এনেয়ে মানুহে দিয়ে। মাছ-মৰীয়াক মাছ মাৰোঁতে এবাৰ কলে শুদা হাতে ঘুৰি আহিব লগাত নপৰে। দোকানৰপৰা লোন, তেল আৰু কেৰাচিন হে কিনিব লাগে।

লোকেল বৰ্ডৰ ঠিকাদাৰ মণিৰাম শইকীয়া। তেওঁৰ তলত দুমাহমান একেলেঠাৰিয়ে ভবানীয়ে নতুনকৈ বন্ধা আলিবাটত মাটি তোলা কাম কৰিলে। থাওকতে কিছু টকা পাই ভবানীয়ে দোকানৰপৰা ভাল চাই শাৰী এখন কিনি আনি ঘৈণীয়েকক দিলেহি। তাইৰ মহা আনন্দ। আনন্দ হবৰ কথাও, ভাল শাৰী এখন লবলৈ তাইৰ যে কিমান হাবিয়াষ আছিল। ভবানীয়ে ঘৈণীয়েকক সুধিলে, "শাৰীখন কেনে পাইছ? পচন্দ হৈছে নে তোৰ?"

ঘৈণীয়েকে শাৰীখনেৰে গালখন ছুই বুকুলৈ আনি বুকুত শাৰীখন দুহাতেৰে সাবটি ধৰি কলে, "বহুত, বহুত পচন্দ হৈছে।"

"পিন্ধি আহ তই, মই চাওঁ।"

ঘৈণীয়েকে ভিতৰলৈ গৈ আটোমটোকাৰীকৈ শাৰীখন পিন্ধি

কপালৰ ওচৰলৈকে ওৰণী লৈ মুখামুখিকৈ ওচৰতে থিয় দিলেহি, থিয় দি সুধিলে, "কেনে, ভাল দেখিছ নে ?"

"বহুত ভাল দেখিছোঁ। তোক আকৌ বিয়া কৰিম যেন লাগিছে।"

"ইঃ এইটো" বুলি তাই লাচতে শাৰীখনৰ আগটোৰে গিৰীয়েকৰ মুখত মৰম নিজৰি পৰাকৈ ঠোঙোনা মাৰি দিলে।

যেতিয়া যি কাম পায় তাকে কৰি ভবানীয়ে টকা গোটাই ৰূপিত মাটি এপুৰা কিনি খেতি কৰিলে। লাহে লাহে তাৰ অৱস্থা ভাল হৈ আহিল। গৰু এজনী সি আনি পুহিলে, ছাগলীও এজনী। বাৰীত ভবানীয়ে শাক-পাচলি লগালে। আগেয়ে গাৱঁৰ মানুহৰপৰা শাক-পাচলি আনি সিহঁতে খাইছিল। এতিয়া সিহঁতে গাৱঁৰ মানুহক দিব পৰা হল। দুয়োটাই চোফাৰী এৰি অসমীয়া তামোলত ধৰিছিল। বাৰীৰে শাক এমুঠি বা লাও এটা নি গাৱঁৰ চিনা-জনা মানুহ এঘৰক দি ভবানীৰ ঘৈণীয়েকে তামোল-পাণ দুটামান লৈ আহেগৈ আৰু কমকৈ হলেও দিনে চাৰিখনকৈ তামোল খাই মুখত সেলেঙী লগায়।

গাওঁখনত ভালকৈয়ে বান্দৰৰ উৎপাত। কেতিয়া কোন তলকত যে গছৰপৰা নামি আহি বান্দৰে লফা শাকডৰা খাই-মেলি তহিলং কৰে, কেতিয়া যে কলঠোকাৰ কেইটামান খাই কেইটামান ভাঙি মুচৰি পেলায়, কেতিয়া যে চোতালত ৰদত দিয়া ধান মোকোৰা-মোকোৰে মুখত সুমাই গোটেইখন সিচৰতি কৰে গম ধৰাই টান। বান্দৰৰ হাত সাৰিবৰ উপায় কি ? ভবানীয়ে গোলাঘাটলৈ গৈ যাক যেনেকৈ ধৰিব লাগে তেনেকৈ খাটনি ধৰি আৰু গাঁঠিৰ পইচা ভাঙি বান্দৰৰপৰা খেতি-বাতি ৰক্ষা কৰিবৰ কাৰণে দৰকাৰ বুলি বন্দুক এটাৰ কাৰণে দৰ্খাস্ত কৰিলে। সেই কালত আমাৰ মানুহে বন্দুক পোৱা বৰ উজু কথা নাছিল। ভবানীৰ কপাল ভাল, দৰ্খাস্ত মঞ্জুৰ হল, আৰু সময়মতে সি বন্দুক এটাৰ গৰাকী হল।

সেইটোৱেই গাওঁখনত একমাত্ৰ বন্দুক। ভবানীৰ প্ৰতিপত্তি বাঢ়ি গল। নিজৰ আৰু ৰাইজৰ কামত সি বন্দুকটো লগালে। দুই-এটা বান্দৰো মাজে মাজে মৰা পৰিল। কণামুচৰি, হাইঠা, পৰ্ণ্ মাও সময়ে সময়ে মাৰি ভবানীয়ে নিজেও খালে আৰু গঞাক যাক যেতিয়া যেনেকৈ পাৰিলে দিলে। ভবানী যে বঙালী, ভবানী যে বঙ্গদেশৰপৰা আহিছিল, মানুহৰ মনত নপৰা হল। সি গাৱঁৰে এটা হৈ পৰিল।

৫

ভদ্ৰেশ্বৰ বুঢ়াগোহাঁইৰ মখনা হাতীটোক বান্দা খুলি হাবিত মেলি দিছিল, হাবিতে জঁকি উঠি সি গাৱঁত সোমাই একে নিশাৰ ভিতৰতে কেইবাটাও মানুহ ঘাইল কৰিলে, এজনী তিৰোতা আৰু এটা লৰা মাৰিলে। কুমাৰগাৱঁৰ ফালেই তাৰ তাণ্ডৱ-লীলা চলিল। ঘৰো ভাঙিলে হাতীটোৱে দুটা নে এটা। ঘৰৰ আগত হাতীটো দেখি পিছ দুৱাৰেদি ওলাই পলাব খোজোঁতেই তিৰোতাজনীক হাতীটোৱে ভৰিৰে গচকি পেলালে। ছোৱালী এজনী শুৰেৰে দাঙি দলিয়াই দিওঁতে তাই বাঁহ এজোপাৰ ফেৰেঙনিত লাগি সাৰিল।

ৰাতিৰ ভিতৰতে ভালেমান মানুহ গাওঁ এৰি আহি চাৰিআলিৰ ওচৰৰ স্কুল এটাত থাকিল। কিছুমানে চাৰিআলিতে মুকলি আকাশৰ তলত জুই ধৰি কথা পাতি ৰাতিটো কটালে। ৰাতিটো তেওঁলোকৰ নাযায়-নুপুৱায় যেন লাগিল। ৰাতিটোৰ ভিতৰতে হাতীটোৱে বা ক'ত কি কৰিছে কোনে জানে! যিবিলাক মানুহ গাৱঁত থাকি আহিল তেওঁলোকৰ বা কি হৈছে! ৰাতি পুৱাল। পোহৰ হল, কিন্তু তেওঁলোকৰ মনৰপৰা অন্ধকাৰ নাতৰিল।

পাঁচ মাইলমান বাট খোজ কাঢ়ি গৈ "বিপদৰ বন্ধু হে বন্ধু" বুলি কেইজনমান মানুহে ভবানীক খাটনি ধৰিলেগৈ। ভবানীয়ে

এই সঙ্কটত উদ্ধাৰ নকৰিলে উদ্ধাৰ কৰোঁতা আৰু নাই। সি গৈ হাতীটোৰ এটা দিহা লগাব লাগে, ভবানীৰ বাবে একো টান কথা নহয়, গুলী এটা মূৰতে সুমাই দিলেই দফা শেষ। মানুহ কেইজনে হাতীটোৰ উদ্ভণ্ডালিৰ কথা বিবৰি কলে, আৰু ভবানীয়েও বৰ গহীন হৈ শুনিলে।

ৰদ আহি মুখত পৰাত বহি থকা মুঢ়াটো ৰদ নপৰা ঠাইলৈ নি তাতে আকৌ বহি ভবানীয়ে কলে, "আজি মোৰ জন্মদিন, জন্মদিনত বন্দুক মৰা হে নেলাগে বন্দুক মই হাতেৰেই নোছোওঁ। কাইলৈ আকৌ দেউতাৰ শ্ৰাদ্ধ পৰিছে। কাইলৈকো আপোনালোকে মোক মাফ কৰিব লাগিব। পৰহিলৈ মই যাবলৈ ৰাজী আছোঁ।"

ভবানীয়ে মানুহ কেইজনৰ মুখলৈ চালে আৰু মানুহ কেইজনে ইজনে সিজনৰ চকুলৈ চোৱাচুই কৰিলে। তাৰে বুঢ়া-চানেকীয়া এজনে মাত লগালে, "পৰহিলৈ যাব লাগিলে আমাৰ ফালে আৰু হৈছে। আমাৰ হাড়তো বন গজিবগৈ তেতিয়া। আজিয়েই আমাৰ লগতে ওলোৱা চিকাৰী। এখন গাৱঁৰ মানুহতকৈ তোমাৰ জন্মদিনটো ডাঙৰ নহয়। ডাকমহৰিৰ চিকাৰী হাতীজনীকে তুমি নিব পাৰিবা। আমি কৈ আহিছোঁ।"

কিন্তু ভবানী মান্তি নহল, সি কলে, "আজি আৰু কাইলৈ মই একোপধ্যেই যাব নোৱাৰোঁ। মোক আপোনালোকে বেয়া পালেও উপায় নাই।"

এই খাটাং জবাবৰ পিছত মানুহ কেইজনৰ কবলৈ একো বাট নাথাকিল। ঘৰৰ লৰা ঘৰলৈ উলটিল। চাৰিআলিৰপৰা গৈ কুমাৰগাৱঁৰ নামঘৰতে মানুহ কিছুমান বৈ আছিল ভবানীৰপৰা নো কি সমিধান আহে তাকে শুনিবলৈ। ভালেমান মানুহ ঘৰাঘৰি গল। হাতীটো ৰাতিতেই সেই অঞ্চলৰপৰা গুচি গৈছিল। পুৱা হাতীটো কোনেও দেখা নাপালে, মাথোন খোজৰপৰা উজাই গৈছে বুলি বুজিব পৰা গল। ভবানীৰ সমিধানে সকলোকে হতাশ কৰিলে,

কিন্তু হাতীটোৰ অন্তৰ্দ্ধানত এই হতাশৰ সুৰে তেওঁলোকৰ অন্তৰত দকৈ সাঁচ বহুৱাব নোৱাৰিলে।

সেই দিনাই গধূলি গাৱঁত ৰাষ্ট্ৰ হৈ পৰিল যে জাহাজ কোম্পানীৰ ককিলামুখত থকা লেমিংটন চাহাবে এই অৰ্থাইটুং হাতীটো গুলীয়াই মাৰিলে। খবৰটো পিছ দিনা ভবানীৰ কাণতো পৰিলগৈ। ভবানীয়ে মনতে যি ভাবিব লাগে ভাবিলে, আনক শুনাই কলে, "মোৰে কপাল মন্দ, নহলে এনে চিকাৰ হাতৰপৰা এনেকৈ সাৰি যায় নে?"

৬

কুমাৰগাৱঁৰ ওচৰতে ভৰালীচুক। তাতে মানুহ এঘৰৰ গোহালিৰপৰা বাঘে ফুট গধূলিতে গৰু এজনী নিলে। সেই অঞ্চলত বাঘৰ উপদ্ৰৱ জাৰকালি আছেই। চাৰিওফালে ডাঠ-ঘন হাবি, তাৰ তলৰ লুংলুঙীয়া বাটেদি মানুহে দিনতে অহা-যোৱা কৰিবলৈ ভয় কৰে। গধূলি হোৱাৰ পিছত অকলৈ কোনো কলৈকো নাযায়।

গোহালিত গৰুৰ হেম্বেলনি শুনি গৃহস্থজনে চিয়ঁৰ-বাখৰ কৰি ওলাই আহে মানে বাঘে গৰুজনী দুডলীয়া নঙলাৰ ওপৰেদি চোচোৰাই নি ওচৰৰ হাবিত সুমালেগৈ। গৃহস্থই বাঘটো দেখিলে —ঢেকীয়াপতীয়া বাঘ। আগতে খোজৰপৰা ঢেকীয়াপতীয়া বাঘ এটা গাৱঁত সোমাইছেহি বুলি মানুহে গম পাইছিল, এতিয়া তাৰ প্ৰত্যক্ষ প্ৰমাণ পালে।

পিছ দিনা গৈ ধৰি-মেলি আনিলত এইবাৰ ভবানীয়ে জন্মদিন আৰু পিতৃ-শ্ৰাদ্ধৰ দোহাই নিদি ভৰালীচুকলৈ আহিল আৰু গৰুজনীৰ মৰাশটোৰ ওচৰৰ কঠালগছ এজোপাত চাং এখন সজাৰ আয়োজন কৰিলে। ভবানীৰ দিহা মতেই গাৱঁৰ মানুহ জনচেৰেকে আবেলিতে চাং এখন সাজি উঠিয়ালে। ভবানীয়ে পৰীক্ষা কৰি

দেখিলে চাংখন ভালকৈয়ে মজবুট হৈছে। ভবানীয়ে কলে, "ৰাতি মৰাৰ কথা, চাং এখন নহলে নহয় দেখি হে চাংখন কৰালোঁ। মই চাঙত উঠি চিকাৰ কৰা বিধৰ চিকাৰী নহওঁ।"

গধূলি হোৱাৰ লগে লগে ভবানীয়ে চাঙত উঠি বন্দুকত গুলী খাজি বাঘলৈ বাট চাই ৰল। আগ ৰাতি বাঘে গৰুজনী অলপমান হে খালে, খাই জোপা এটাৰ ওচৰলৈ শটো টানি নি থৈ গল। বাঘ আহিব ঠিকেই, কিন্তু কেতিয়া আহিব? গধূলিতে আহিব নে নাই অলপ ৰাতি হব? এনেবোৰ ভাবেই ভবানীৰ মনত ভুমুকিয়াইছে। বন্দুকটো কাষতে থৈ আৰু চকু দুটা আধা-খোৱা গৰুজনীলৈ টোঁৱাই ভবানী চাংখনত বোন্দা-পৰ দি বহি আছে।

ইফালে ভৰালীচুকৰ মানুহ কেইঘৰে কাণ থিয় কৰি ৰৈ আছে কেতিয়া গুলী মৰাৰ শব্দ আহে। বাঘ ইমান পৰেও অহা নাই নে? নাই, আহি খাই-মেলি গুচি গল, ভবানী চিকাৰীয়ে গমকে নাপালে। টোপনিয়াইছে নে কি আকৌ চিকাৰীয়ে চাঙত বহি বহি, কোনোবা এজনে মন্তব্য কৰিলে। আন এজনে মাত লগালে, "তুমিও আৰু ভাল। তিনিটা কানিৰ টিকিৰা পুৰি খালেও ভবানীৰ এতিয়া চকুৰ পতা মুদ নেখায়।"

এনেতে গুৰুমকৈ বন্দুকৰ শব্দ হল, এজাঁই নহয় দুজাঁই, আৰু আশা পালি থকা মানুহখিনিৰ মুখত হাঁহি বিৰিঙিল। ভবানীয়ে মাৰিলে তেনেহলে বাঘটো, নহলে গাৱঁত আৰু এটা গৰুও নেথাকিল-হেতেন। গোহালিৰপৰা মানুহৰ আগতে গৰু লৈ যায় এনেটো বাঘ। সকলোৱেই ভবানী অহালৈ অপেক্ষা কৰি ৰল। ভবানী এতিয়া আহিবই, আৰু সি আহিলে তাক সুধি-মেলি সকলোৱে লেম-জোৰ লৈ মৰা বাঘটো লৈ আহিবগৈ।

ভবানী ওলালহি। আহিয়েই ধপাত এচিলিম খুজি ভালকৈ হোঁপা এটা মাৰি সি কলে, "ৰাতি এতিয়া বাঘটো আনিবলৈ কোনো যাব নেলাগে। ৰাতিৰ কথা, যদি কেনেবাকৈ নমৰি ঘাইল হৈ আছে

তেনেহলে কথা সাংঘাতিক হৈ উঠিব। কাইলৈ পুৱাতে যাব কোন খাম্ব বাঘটো আনিবলৈ।”

ৰৰকৈ ধৰাতো ভবানী গাৱঁত নাথাকিল। কাইলৈ আকৌ এবাৰ আহিব বুলি বাঁহৰ দীঘল জোৰ জলাই আৰু গুলী দুটা বন্দুকটোত খাজি লৈ সি তাৰ ঘৰলৈ গুচি গল। ঘৰৰপৰা আহোঁতে মানুহ এটা ভবানীয়ে তাৰ লগত লৈ আহিছিল।

৭

পুৱা কুৰলি ভাঙি ৰদ ওলালত মৰা বাঘটো আনিবৰ কাৰণে আলোচনা চলিল। এজনে কলে, “গিটো আগত যাব সি কুঠাৰ এখনকে হাতত লব। বাঘটো যদি নমৰি কেনেবাকৈ জীয়াই আছে তেনেহলে সি শুদাই নেৰে।”

আন এজনে মাত লগালে, “বাঘ আৰু ক'ত এতিয়া জীয়াই আছে! আগতে নমৰিলেও ইয়াৰ ভিতৰতে মৰিব পায়।”

নগাযাঠি এডাল জোকাৰি জোকাৰি হটঙা বহলবুকুৱা ডেকা লৰা এটাই কলে, “মই এই যাঠিডালকে লৈ যাম। অলপ লৰি থকা যেন দেখা পালেই দিম যাঠিডাল মুখতে সুমাই।”

তৃতীয় এজনে তাক আৰু কবলৈ নিদিলে, “হেৰ, কথাৰ মৰণা নো আৰু কিমান মাৰ? যাওঁহক বল। যাঠিপাত লোৱাটোৱেই আগ হ।”

হাবিখনৰ ওচৰ পাই আটাই কেইজনে গৰুজনীৰ মৰাশটোৰ ফালে এখোজ-দোখোজকৈ যাবলৈ ধৰিলে। এজনে কলে, “গৰুজনীৰ ওচৰত দেখিছ নে সিফালে কিবা এটা লৰি আছে? ভালকৈ সাৱধানে যাবি।”

আটাই কেইজন তভক মাৰি বৈ গল, আৰু দুই-এজনে “কেনি, কেনি” বুলি সুধিলে। এনেতে জোপাটোৰপৰা পাতসীয়া চৰাই এটা ভুৰুং কৰে উৰি গুচি গল। এইবাৰ আন এজনে মাত লগালে,

"ৰঙা কিবা এটা দেখিছ নে সেয়া? সেইটোৱেই হবলা। সেয়া লৰিছে দেখিছ নে? সাৱধান।"

ডেকা লৰাটোৱে যাঠিপাত টানকৈ মুঠি মাৰি ধৰি আগবাঢ়ি গৈ দেখিলে বাঘ নহয় কঠাল গছৰ পকা পাত এটা। সি জোপাটোৰ চাৰিও পিনে চালে, কেনিও কতো বাঘ নাই। আধা-মৰা বাঘো নাই, একেবাৰে মৰা বাঘো নাই। গুলী লাগি বাঘ পলোৱা হলে তেজৰ দাগ থাকিলহেঁতেন নহয়! কতো দেখোন তেজৰ দাগ নাই। গুলীয়াইছিল নে ভবানীয়ে সঁচাকৈয়ে? কিন্তু তেওঁলোকে তো বন্দুকৰ শব্দ শুনিছিল। তেনেহলে?

এজনে আধা-খোৱা গৰুজনীকে চাই আছিল। তেওঁ চিয়ঁৰ মাৰি উঠিল, "এয়া, গুলী দুটা গৰুজনীৰ গাতে পোট খাই আছে। এই দুটা বিন্ধা চাহিহঁক।"

১৯৬১